# ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ

নিৰুপমা বৰগোহাঞি



প্ৰথম সংস্কৰণ ● ১৯৭৯
প্ৰকাশক ● ভৱানী পাবলিচিং কনচাৰ্ন
১-এইচ, ৰাধানাথ মল্লিক
লেন, কলিকতা-১২
মুদ্ৰক ঃ ● জয়গুৰু প্ৰিণ্টাৰ্ছ
৪এ বৃন্দাবন বোস লেন
কলিকতা-৬
প্ৰচ্ছদ ● অৱন শৰ্মা
বেচ ● বাৰ টকা মাথোন

## নম্ৰ নিবেদন

পাগলাদিয়া নৈৰ পাৰৰ কাহিনীৰে মোৰ প্ৰথম উপন্যাস 'সেই নদী নিৰবধি'ৰ প্ৰথম খণ্ড কলেজীয়া জীৱনতে লিখি থোৱাৰ দহ বছৰৰ পাছত তাক শেষ কৰাৰ প্ৰেৰণা লাভ কৰোঁ শ্ৰীহোমেন বৰগোহাঞিৰ পৰা। সেই পাগলাদিয়াৰ পাৰৰে কাহিনীক লৈ দ্বিতীয় এখন উপন্যাস লিখাৰ উদগনিও তেৱেঁই মোক দিছিল। তেওঁৰ অবিহনে এই উপন্যাসখনে কেতিয়াও বাস্তৱ ৰূপ নাপালেহেঁতেন। থলুৱা ভাষা ব্যৱহাৰৰ পৰামৰ্শও তেওঁৰ। এই সকলো কথাৰ বাবেই মই তেওঁৰ ওচৰত কৃতজ্ঞ।

অসমৰ আশ্ৰয়চ্যুতা মহিলাৰ বাবে জালুকবাৰীত যি আশ্ৰয়গৃহ আছে, তাৰ অধিবাসিনীসকলৰ বিচিত্ৰ নিৰ্মম-কৰুণ জীৱন কাহিনীৰ স'তে মোক পৰিচিত কৰি দিয়াৰ বাবে তাৰ ভূতপূৰ্ব অধিক্ষয়ত্ৰী শ্ৰীমতী ৰাণী বৰুৱালৈকো মই কৃতজ্ঞতা আগবঢ়ালোঁ।

শেষত এটা কথা ঃ সহৃদয় পাঠকে যেন ১৯৭৬ চনৰ পটভূমিতহে উপন্যাসখনৰ বিচাৰ কৰে।

বিনীতা
নিৰুপমা বৰগোহাঞি

—এ প্রেমের গৃহ আছে ?
—গৃহ নাই ?
—নাই।
গৃহে নিয়ে যাবে ! বোলোনা গৃহের কথা।
গৃহ চির বরষের। নিত্য যাহা
তাই গৃহে নিয়ে যেয়ো।

ঃ চিত্রাঙ্গদা

বৰ্তমান এৰাবাৰী যেন লগা ঠাইখনৰ কিন্তু এটা পবিত্ৰ অতীত আছে আৰু গৌৰৱোজ্জ্বল ভৱিষ্যৎ এটাও সেই ঠাইখনৰ বাবে অপেক্ষা কৰি আছে। অতীতত ঠাইখন আছিল এখন আশ্ৰম, কোনোবা এজন ভগীবাবা ক'ৰবাৰপৰা আহি তাত আশ্ৰম এখন পাতিছিল। তেতিয়াৰেপৰা ভগীবাবাৰ আশ্ৰম নামটো ঠাইখনৰ গাত এনেকৈ লাগি ৰ'ল যে এতিয়াৰ এই এৰাবাৰীখনৰ গাৰ পৰাও সেই নামটো নৰ্খাহল। নহ'লে এই জংগলাকীৰ্ণ ঠাইখনত অতীত আশ্ৰমৰ চিন দুই-এজোপা পাতাবাহাৰ থকাৰ বাহিৰে ভগীবাবাই ৰোৱা পুৰ্বৰ ফুলগছৰ কোনো এডালেই জীয়াই থকা নাছিল। সেই সকলো গছ বোধহয় গৰুৱে চাহি-মুহি খাই শেষ কৰিলে। পাতাবাহাৰ বোধহয় গৰুৱে নেখায়, সেইবাবে সি থাকি গ'ল। আশ্ৰমত গোলাপ ফুলৰ গছো আছিল, কাঁইটীয়া সেই গছ গৰুৱে নেখায়। তথাপিও ভগীবাবাৰ আশ্ৰমৰ জংগলত এতিয়া গোলাপ গছৰ অস্তিত্ব নথকাৰ কাৰণ হ'ল উপিন বেপাৰীৰ ল'ৰা নিপেনে সেইবোৰ উভালি নি নিজৰ ঘৰত ৰুই থৈছেগৈ। প্ৰথমতে সি ডাল কাটি নিছিল, কিন্তু ডালবোৰ নেবাচিল, গতিকে দ্বিতীয়বাৰ সি আৰু ডালৰ লগত কষ্ট নকৰি কোৰ এখন লৈ গৈ শিপাৰে সৈতে গোলাপ কেইজোপা উভালি নিছিল। নিপেনে পাতা বাহাৰবো ডাল কাটি নিছিল, পাতাবাহাৰৰ ক্ষেত্ৰত সি ক'ৰবাত কেনেবাকৈ শিকা বুদ্ধি প্ৰয়োগ কৰিছিল বাবে সেইবোৰ বাচি গ'ল। পাতাবাহাৰৰ ডালত কাপোৰ মেৰিয়াই নিপেনে পানীৰ বটলত জীয়াই থৈছিল, কেইদিনমান পাছত ভৰভৰাই ডালৰ কাপোৰ মেৰিউৱা গুৰিৰ তলেদি শিপা গজি আহিছিল আৰু সি সেইডাল নি মাটিত ৰুই দিছিল।

গাঁওখনৰ ভিতৰত নিপেনৰেই যি ফুলৰ ইমান চখ, বাকী মানুহৰ কাৰোৰে তেনে চখ নাই, গতিকে ভগীবাবাৰ আশ্ৰমৰ পৰা নিপেনেই যি ইমান কষ্ট কৰি ফুলৰ গছ আনিছিল। কষ্ট পিছে অলপ হয়, কাৰণ গাঁওখনৰ বেছিভাগ মানুহেই থাকে আশ্ৰমৰ পৰা এমাইলমান দূৰৈত, পাগলাদিয়া নৈখনৰ সিপাৰে। নিপেনহঁতো থাকে, গতিকে ভগীবাবাৰ আশ্ৰমৰ পৰা ফুল গছ আনি নিজৰ ঘৰত ৰোৱা মানুহজনৰ চখ অলপ হ'ব নালাগিব।

বৰ্তমানৰ এই জংগলাকীৰ্ণ ভগীবাবাৰ আশ্ৰমত কিন্তু এই পাতাবাহাৰ কেইডালৰ বাহিৰেও আৰু এডাল গছ ফুলেৰেআমোদিত কৰি এতিয়াও বৈ আছে ; সেইডাল হ'ল এডাল বকুলফুলৰ গছ। বহুত দিনীয়া সেই গছডাল কিন্তু ভগীবাবাই ৰোৱা নাছিল, বৰং এনেকুৱা এটা সম্ভাৱনাই বেছি যে এই গছডালেই পৰিব্ৰাজক ভগীবাবাক ইয়াত আশ্ৰম পতাৰ প্ৰেৰণা যোগাইছিল। এক এক ধৰণৰ প্ৰাকৃতিক সৌন্দৰ্যই কোনো কোনো লোকক অতীত কালৰে পৰা এনেকৈ মুগ্ধ কৰিছে যে তেওঁলোক তাত বৈ গৈছে, আৰু তাৰপাছত তাত বসবাস গঢ়ি তুলিছে, আশ্ৰম পাতিছে। তেনেকৈয়ে গুৱাহাটীৰ ওচৰৰ বশিষ্ঠাশ্ৰমৰ সৌন্দৰ্য দেখি বশিষ্ঠ মুনিয়ে মুগ্ধ হৈ তেওঁৰ ভ্ৰমণ সমাপ্ত কৰিছে বুলি কিম্বদন্তী আছে আৰু তেনেকৈয়ে শান্তিনিকেতনৰ ছত্ৰপৰ্ণ গছৰ সৌন্দৰ্যই ৰবীন্দ্ৰনাথৰ দেউতাক মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰক মুগ্ধ কৰাত তেৰোঁ সেই ঠাইত আশ্ৰম পাতিছে বুলি মানুহে জানে।

পিছে ভগীবাবাক অকল সেই গছডালেই মুগ্ধ কৰিছিল বুলি ভাবিলে বোধহয় ভুলকৈ ভবা হ'ব, কাৰণ সেই ঠাইডোখৰত আৰু এটা আকৰ্ষণীয় প্ৰকৃতিৰ দান আছিল—এটা সুন্দৰ নিৰ্মল পানীৰ পুখুৰী যাৰ নাম গঙ্গাপুখুৰী। ফটফটীয়া পানীৰ এই বৃহৎ পুখুৰীটোক ওচৰ-পাজৰৰ ৰাইজে হয়তো গংগাৰ দৰেই পবিত্ৰ জ্ঞান কৰিছিল, গঙ্গাপুখুৰী নামটো হয়তো তেনেকৈয়ে হৈছিল।

কিন্তু পুখুৰীটোত যে মানুহে দেৱত্ব আৰোপ কৰিছে তাত সন্দেহ নাই, কাৰণ আশেপাশে থকা গাঁৱৰ সকলো মানুহেই জানে যে এসময়ত সেই পুখুৰীৰ তলীৰ পৰা জলকোঁৱৰৰ সোণৰ নাও ৰাতি ৰাতি ভাহি উঠিছিল। গতিকে সেই পুখুৰীটোৰ প্ৰতি মানুহৰ ভয়ৰ লগতে ভক্তিৰ ভাৱো জাগি থাকিছিল।

ভগীবাবাক আশ্ৰম গঢ়ি তোলাত এই পুখুৰীটোৱে কিমানখিনি অনুপ্ৰাণিত কৰিছিল সেই বিষয়ে জনা নেযায়, বকুলফুলৰ গছডালৰ ভূমিকাও জনা নেযায়—সকলো সম্ভাৱ্য বুলিহে অনুমান কৰা হৈছে, কিন্তু এই গাঁৱৰে মানুহ পৰেশ কলিতা, তেওঁৰ জীয়েক আৰু ঘৈণীয়েকক যে ভালকৈয়ে উৎসাহিত কৰিছিল সেইটো সত্য। গাঁৱৰ ল'ৰা যেতিয়া চহৰলৈ গৈ চাকৰি বাকৰি কৰি অৱশেষত পেন্সন পাই জীৱনৰ প্ৰান্তসীমাত উপস্থিত হয়, তেতিয়া সাধাৰণতে সেই গাঁওত্যাগীয়ে গাঁৱলৈ আৰু উভতি নাহে, চহৰতে ঘৰ-বাৰী বান্ধি মৰণৰ দিনলৈকে বসবাস কৰে। কাৰণ তেওঁৰ গাঁৱলৈ উভতি অহাৰ কোনো ধৰণৰ কাৰণেই অৱশিষ্ট নাথাকে, ছোৱালীৰ বিয়া হৈ যায় চহৰতে, ল'ৰায়ো সম্পূৰ্ণ চহৰীয়া চাকৰিয়ালৰ ভূমিকা লয়। দেউতাকৰ গাঁৱৰ লগত থকা ক্ষীণ সম্পৰ্কও ল'ৰাৰ দিনত বাকী নেথাকেগৈ। নিজৰ বুঢ়া বাপেক-মাকেই জীয়াই আছে নে ল'ৰালিৰ নিজৰ ঘৰেই একে হৈ আছে যে সেই মানুহ আকৌ গাঁৱলৈ উভতি যাব ?

কিন্তু পৰেশ কলিতাৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম হোৱাৰ সম্ভাৱনাই দেখা দিছিল। কলিতাও গাঁৱত জন্ম গ্ৰহণ কৰা ল'ৰা, মাক-দেউতাকৰ মাটি-বৃত্তি অলপ থাকিলেও তেওঁলোক খেতিয়কেই।

সেই খেতিয়কৰ ল'ৰাই মেট্ৰিকলৈকে সাত মাইল নিলগৰ নলবাৰীৰ হাইস্কুলত পঢ়িলে আৰু তাৰপাছত পুলিছৰ কাম এটা পাই তাতে সোমাল। চাৰিবছৰ মান চাকৰি কৰি পুলিছ এছ আই হৈ থকা অৱস্থাতে মাক-দেউতাকে ওচৰৰ গাঁৱৰে চহকী খেতিয়ক এজনৰ ধুনীয়া ছোৱালী এজনীৰ লগত পৰেশ কলিতাৰ বিয়া পাতি দিলে। পেন্সন পাবলৈ পৰেশ কলিতাৰ এতিয়া দুবছৰ বাকী আছে। তেওঁ এতিয়া ডি এছ পি। আৰু তেওঁ ঠিক কৰি থৈছে যে পেন্সন পোৱাৰ পাছত গাঁৱত ঘৰ সাজিব।

কলিতাৰ ল'ৰা দুজন আৰু ছোৱালী তিনিজনী। তেওঁ গাঁৱৰ ল'ৰা, কম বয়সতেই বিয়া কৰাইছিল, গতিকে তেওঁৰ ল'ৰা-ছোৱালী তেওঁ চাকৰিত থাকোঁতেই প্ৰায় প্ৰতিষ্ঠিত হৈছিল। ডাঙৰ ছোৱালী দুজনীৰ বিয়া হৈ গৈছিল, ডাঙৰ ল'ৰাটোৱে এম. এ. পাছ কৰি গুৱাহাটীৰ কলেজ এখনত চাকৰি কৰি আছিল। দ্বিতীয় ল'ৰাটোৱে এম. এ. আৰু ল দুয়োটাই পঢ়ি আছিল—সেই বছৰ তাৰ দুয়োটাৰে ফাইনেল পৰীক্ষা হৈ যোৱাৰ কথা।

পৰেশ কলিতাৰ তৃতীয় ছোৱালী অঞ্জলিয়ে কিন্তু সেইবাৰ মেট্ৰিক পাছ কৰি উঠি কলেজত নামটো লিখাইছিলহে মাত্ৰ। দ্বিতীয় ল'ৰা প্ৰকাশৰ ছয় বছৰৰ মূৰত জন্ম হৈছিল অঞ্জলিৰ। ইমান বছৰৰ মূৰত জন্ম হোৱা ফুলকলিৰ দৰে ছোৱালীজনী মাক-দেউতাক, ককায়েক-বায়েক সকলোৰে আতোল তোলৰ হৈ পৰিছিল। বিশেষকৈ পৰেশ কলিতাৰ অঞ্জলি আছিল নয়নৰ মণি ; অঞ্জলিক সকলোৱে ঘৰত অঞ্জু বুলি মাতিছিল, কিন্তু বাপেকে সেই এটা মাত্ৰ নামেৰেই হিয়াত উথলি উঠা মৰমৰ প্ৰকাশ কৰা সম্ভৱ নহয় বুলি ভাবে কাৰণেই বোধহয় মুখত সোণজনী, মাজনী, আইজনী যি নামেই আহে তাৰেই জীয়েকক মাতে। তাৰপাছত জীয়েক ডাঙৰ হৈ অহাৰ লগে লগে পৰেশ কলিতা জীয়েকৰ প্ৰতি আৰু বেছি গলি থকা হৈছিল, তেওঁৰ প্ৰাণত সেই বাৎসল্যৰ জোৱাৰে ইমানেই খলকণি লগাই থকা হৈছিল যে অঞ্জলিৰ ককায়েক-ভনীয়েকহঁতে বাপেকক আঁৰত হাঁহি এই মন্তব্য দিছিল তেওঁ এই সৰু

জীয়েকজনীৰ বাবে আকাশৰ জোনটো আনি দিবলৈও পাখি নেথাকিলেও হাত দুখনেৰেই উৱা মাৰিব পাৰিব।

কেইবছৰমানৰ পৰা পৰেশ কলিতাৰ সংসাৰখন গুৱাহাটী চহৰৰ ভাড়া-ঘৰ এটাত আছে - তাৰ কাৰণ ল'ৰা-ছোৱালীৰ পঢ়াশুনা। ইতিমধ্যে বৰ পুতেক প্ৰণৱেও বিয়া কৰাইছিল, বোৱাৰীয়েক লাৱণ্যৰ ছোৱালী দুজনীও হৈছিল।

গতিকে সকলোবোৰ লগ লাগি ঘৰ এটা ভাড়া কৰি থাকিছিল আৰু পৰেশ কলিতাই অকলশৰে নিজ কৰ্মস্থানবোৰত ঘূৰি আছিল।

প্ৰণৱে কৈছিল ঃ গুৱাহাটীত মাটি এডোখৰ লৈ ঘৰ এটা সাজিব লাগে, ভাড়া ঘৰত আৰু কিমান দিন থাকিব পাৰি। দেউতাকৰ সহায়ত সি মাটি দুকঠা কিনিছিলো, কিন্তু ঘৰ বন্ধাৰ কথাত দেউতাকে কৈছিল যে তেওঁ চহৰত ঘৰ নেসাজে, পুতেকহঁতে নিজে চহৰত ঘৰ সাজি লওক। তেওঁ গাঁৱৰ মানুহ, গাঁও ভালপায়, গাঁৱৰ শান্তিপূৰ্ণ পৰিবেশে সদায় তেওঁক হাত বাউলি দি মাতে। চলকুছিৰ সিটো পাৰে গঙ্গাপুখুৰীৰ পাৰত তেওঁৰ এডোখৰ অতি সুন্দৰ মাটি আছে, তাৰ প্ৰাকৃতিক দৃশ্য অতি সুন্দৰ, বৰ নিজান ঠাইডোখৰ—গতিকে পেন্সন পোৱাৰ পাছত তেওঁ তাতহে কাঠৰ দুমহলীয়া ঘৰ এটা সাজিব বুলি ভাবি থৈছে। পৈত্ৰিক মাটি সামান্য হ'লেও কিছু আছে, তাৰোপৰি চাকৰি জীৱনতো তেওঁ ভালেখিনি খেতিৰ মাটি কিনি থৈছে। এই কাম কৰিছে গাঁৱত নিগাজীকৈ বসবাস কৰিব বুলিয়েই। কলিতাৰ সিদ্ধান্তত তেওঁৰ ঘৈণীয়েকো মান্তি হৈছিল, কাৰণ তেৰোঁ গাঁৱৰ ছোৱালী তেৰোঁ গঙ্গাপুখুৰীৰ পাৰৰ মাটি ডোখৰ চাই মুগ্ধ হৈছে। তাৰোপৰি তেওঁৰ পিতৃগৃহৰ মানুহবোৰ এতিয়াও গাঁৱতে আছে!

পিছে বাপেকৰ এই আঁচনিত সৰু জীয়েক অঞ্জলিৰ বাহিৰে আটায়ে বাধা দিছিল। দেউতাৰ আৰু কাম নাই, এগাল টকা খৰচ কৰি মিছামিছি গাঁৱত এটা ঘৰ বান্ধেগৈ।

এতিয়া বাৰু মনৰ হেঁপাহত তোমালোক দুজন থাকিবাই, পাছলৈ তাত গৈ কোন থাকিবগৈ? জাহ-খাহ নেযাবনে সেই ঘৰ?

নে গাঁৱত কোনোবা ভাড়া লোৱা মানুহ ওলাব?

কলিতাই এই কথাৰ উত্তৰত কৈছিল যে—সদায় নহ'লেও বন্ধে-চন্ধে গৈ ল'ৰা-ছোৱালীবোৰ থাকিবগৈ। চহৰ ক্ৰমে জনাকীৰ্ণ হৈ আহিছে, সেই চহৰৰ পৰা মাজে মাজে পলাই গৈ গাঁৱৰ পুখুৰীৰ পাৰৰ কল-তামোল-নাৰিকল-আম-



কঁঠালৰ বাগানৰ মাজৰ বঙলা এটাত গৈ থাকিলে সকলোৱে কিছুদিন স্বৰ্গৰ সুখ পাব।

অঞ্জলি কিন্তু গোটেইবোৰ ল'ৰা-ছোৱালীৰ ভিতৰতে ব্যতিক্ৰম আছিল। গাঁৱৰ প্ৰতি তাইৰ বাপেকৰ দৰে নাড়ীৰ নহ'লেও আন ধৰণৰ এটা ৰোমান্টিক টান আছিল।

দিগন্ত বিস্তৃত হৈ থকা, গাঁৱৰ সেউজীয়া ধাননী পথাৰ, ওপৰৰ অন্তহীন আকাশৰ ব্যাপ্তি, বনানীৰ শ্যামলীমা, সৰু সৰু নৈ আৰু তাৰ পাৰৰ নিৰ্জনতা, সেই নিৰ্জনতা গভীৰতৰ কৰি তোলা ডাউকৰ কৰুণ মাত, বাঁহ-তামোল-নাৰিকলৰ ঘন সেউজীয়া সমাবোহ, চৰাইৰ মধুৰ কল-কাকলি এই সকলোবোৰৰে কল্পনাই অঞ্জলিৰ চহৰীয়া মনটো উদাস কৰি ৰাখিছিল। মুকলি ঠাই, নিৰ্জনতা আৰু অৰণ্য চহৰমুখী সভ্যতাৰ বাবে, জন-বিস্ফোৰণৰ বাবে দ্ৰুতভাৱে হ্ৰাস পাব ধৰিছে।

গতিকে অঞ্জলিৰ কল্পনাপ্ৰৱণ ৰোমান্টিক মনৰ সেইবোৰক আকোঁৰি থাকিবলৈ অদ্ভুত ব্যাকুলতা হেৰাই যাবলৈ ওলোৱা সৌন্দৰ্যক ধৰি ৰখাৰ তাইৰ আছে এক উদগ্ৰ কামনা।

গতিকে দেউতাকৰ আঁচনি শুনি তাই আনন্দত জঁপিয়াই উঠিছিল আৰু তাইৰ কল্পনাই গংগাপুখুৰীৰ পাৰত দুমহলীয়া ঘৰ এটা বান্ধিয়ে পেলাইছিল।

ঘৰটো একেবাৰে ছবিৰ দৰে হ'ব, তাত ৰং দিব লাগিব কোমল পাতল সেউজীয়া, পৰ্দাবোৰ হ'ব ডাঠ সেউজীয়া, বকুলফুল ডালৰ দাঁতিত এনেকৈ ঘৰটো বান্ধিবলৈ তাই দেউতাকক ক'ব যাতে তাইৰ কোঠালীটোৰ এখন খিৰিকীৰ অদূৰতে গছজোপা থিয় হৈ থাকে। ভাবি ভাবি অঞ্জলিয়ে ৰবাৰ্ট ফ্ৰষ্টৰ কবিতা আওৰাইছিলেই ঃ

Tree at my window, window tree,
Let there be no curtain drawn between you and me.

অকল সেয়ে নহয়, ৰবীন্দ্ৰনাথৰ 'নিশীথে' গল্পত পঢ়াৰ দৰে তাই দেউতাকক ক'ব বকুল গছডালৰ তলতে পকী বেদী এখনো বনাবলৈ। সেই বেদীত বকুল ফুলবোৰ সৰি সৰি পৰিব—

ঝুপ্ ঝুপ্ ঝুপ্...

আঃ—

কল্পনাতে অঞ্জলি আত্মহাৰা হৈ পৰিছিল।

॥২॥

এতিয়া বকুল গছডালৰ গুটিবোৰ পকিছে, সেইবোৰ অলপ কেঁহা হ'লেও খুব মিঠা, খাবলৈ ল'ৰা-ছোৱালীয়ে বৰ ভাল পায়। গতিকে এই সময়ত গাঁৱৰ কিছুমান ল'ৰা-ছোৱালীক বকুলডালৰ তলতে পোৱা যায়। ভগীবাবাৰ আশ্ৰমৰ হাবি-বননি ভাঙিও ল'ৰা-ছোৱালীবোৰে বকুলডালৰ তল পায়গৈ।

পটেই সেই বাটেদি উভতিছিল। পুৱাই নীলকণ্ঠহঁতৰ ঘৰলৈ গৈ তাই এতিয়া উভতিছে। ওপৰত প্ৰখৰ সূৰ্য, ইফালে নীলকণ্ঠহঁতৰ ঘৰত গোটেই আগবেলাটো ঢেঁকী দি আহিছে, গতিকে তাই এনেকৈ ঘামিছে যে মানুহে দেখিলে ভাবিব যে তাই সেইমাত্ৰ গা ধুই গা নমচাকৈ লৰালৰিকৈ কাপোৰসাজ পিন্ধি আহিছে।

পটেশ্বৰী অৰ্থাৎ পটেই ফটা চাদৰখনৰ আঁচলেৰে মুখখন আগতে বহুত বাৰ মচাৰ দৰে আৰু এবাৰ মচি বেগাবেগীকৈ খোজ দিছিল। তাইৰ বগা ধুনীয়া মুখখন ৰ'দতে গুলপীয়া হৈ পৰিছিল। হাতত থকা চাউলৰ টোপোলাটোৰ চাউলেৰে তাই গৈ ঘৰত ভাত ৰান্ধিব, তাৰপাছতহে খোৱা হ'ব। নীলকণ্ঠহঁতৰ ঘৰত মাণ্টৰণী বোৱাৰীয়েকজনীয়ে যেনিবা গুড়েৰে এবাটি চাহ আৰু আগদিনাৰ বাহী খোলা চাপৰিৰ পিঠা দুখন খাবলৈ দিছিল, নহ'লে পুৱাৰ পৰা সেই দুপৰ বেলালৈ তাইৰ পেটত একো নপৰাকৈ থাকিলহেঁতেন। আগদিনাৰ পঁইতাভাত দুটামান আছিল, তাকে তাই ছোৱালী দুজনীক ভাগ কৰি খাবলৈ দিছিল।

ভগীবাবাৰ আশ্ৰমৰ ওচৰ পাই পটে থমকি পৰিল। ভাতৰ লগত তাই কি ৰান্ধিব? তাইৰ অকণমান বাৰীখনৰ খুতুৰা ঢেকীয়া তুলি খাওঁতে খাওঁতে শেষেই হ'ল। ভগীবাবাৰ আশ্ৰমত লহপহকৈ গজা ঢেকীয়াবোৰ তাইৰ খাওঁতেই চকুত পৰিছিল।

বাট এৰি পটে হাবিত সোমাল আৰু তেতিয়াই গাঁৱৰ অন্যান্য ল'ৰা-ছোৱালীৰ লগতে বকুল বুটলি থকা সাবিত্ৰীলৈ চকুত পৰিল।

পটে মুহূৰ্ততে জ্বলি উঠিল, ৰ'দৰ তাপতকৈও বেছি তাপে তাইৰ মূৰতে ধৰিলে। ঢেকীয়া বুটলিবলৈ এৰি তাই একে চোঁচাই সাবিত্ৰীৰ ওচৰ পালেগৈ আৰু জীয়েকৰ তেল-ফণি নপৰা জপৰা চুলি কোঁচাতে থাপ্ মাৰি ধৰি এক টান মাৰিলে আৰু লগে লগে অবাইচ মাতেৰে গালি পাৰিবলৈ ধৰিলে—"জহেনীত যাতি, মৰাণ নহেতি, তোক মই ঘৰ আৰু বৈনেৰেক ৰ'খৰা দি আহা নাছলোঁ? সিফালে গোটাই সভাৰ খোলা হান কৰি এৰি থৈ এতে আহি বকুল বোট্লিবা ধৰছা নহয়? পুৱাই দেখোন ৰক্তেনী একগাল খাইছলি, ইতাওতো ৰান্ধি দিম খাবি, মাজোতে পেটোত আৰু কি শুহ্নি কি ছুহ্নি সুমাল যি বইনেবেক আকলাই এৰি থৈ পাগলাদিয়া পাব হৈ এতে বকুল গুটি গিল্বা আইছাহ্? মৰ পেটডালত নো তোৰ ইমানেই খখ্ না? সিফালে বইনেৰে যদি দাদিহাতোৰ পুখ্ৰীত পৰি মৰে তেইতা কি হবো?"

পটেই জীয়েকক ইয়াৰ পাছত দুটা বাঘচকা দি তাইৰ সমুখলৈ গতা মাৰি পঠিয়াই দিলে। সাবিত্ৰীয়ে একো নেমাতিলে, হাতত থকা বকুল গুটি নিৰ্বিকাৰভাৱে খাই খাই মাকৰ আগে আগে গৈ থাকিল। কিছুদূৰ যোৱাৰ পাছত মাকে জীয়েকৰ হাতৰপৰা এটা বকুল গুটি লৈ মুখত ভৰালে আৰু ক'লে—"খখোতে গোটাইগিলা আকলাই খাই শেষ নকেৰ্বি, দুপেঁতিক গেলিও থবি।"

"আছে দে—" সাবিত্ৰীয়ে সংক্ষিপ্তভাৱে উত্তৰ দিলে।

মাক জীয়েক গৈ পাগলাদিয়া নদীৰ ঘাট পালেগৈ। দুপৰৰ নিজান ঘাট। জনপ্ৰাণী কোনো ক'তো নাই। ৰ'দৰ পোহৰ সৰু সৰু ঢৌবোৰত পৰি জিলমিলাই আছে। ইপাৰে বালি। সিপাৰে ওখ গৰা। বালিতে, কিন্তু পাৰৰ পিনে মস্ত মস্ত মাটিৰ পাত্ৰ কিছুমান বগৰাই থৈ শুকুৱাবলৈ দিয়া হৈছে। সেইবোৰ দৈৰ পাত্ৰ। সেই ঠাই গাখীৰ আৰু দৈৰ কেন্দ্ৰ, ওচৰ-পাঁজৰৰ গাঁওবোৰত বিয়া আৰু শৰাধলৈ তাৰপৰা দৈ, গাখীৰ আদি সৰবৰাহ কৰা হয়। সাবিত্ৰীয়ে দৌৰি দৌৰি গৈ গাখীৰৰ পাত্ৰ এটা বগৰাই চালে, অলপ আগতে শুকুৱাব দিয়া হৈছে যদি চুকে-কোণে নিশ্চয় দৈ বা মাখন লাগি আছে। পিছে নাই। পাত্ৰৰ বুকু আৰু কাণ সাবিত্ৰীৰ শুকান চুলিতকৈও শুকান।

পটেই আৰু এবাৰ জীয়েকক অকথ্য ভাষাত গালি পাৰি উঠিল। সাবিত্ৰীয়ে তাইৰ গতি সলনি কৰি আকৌ দৌৰি দৌৰি নৈৰ ওচৰ পালেগৈ আৰু হাতত থকা বকুলৰ তিনিটা নে চাৰিটা গুটি বালিত থৈ তাইৰ আধা ফটা মলিয়ন জাঙিয়াটো খুলিলে আৰু সেইটো মূৰত ললে। তাৰপাছত বালিৰ পৰা বকুল কেইটা বুটলি লৈ নৈ পাৰ হ'বলৈ পানীলৈ ভৰি আগবঢ়ালে।

পটেও পানীৰ যুঁৰলি পালেহি আৰু তায়ো চাউলৰ টোপোলাটো মূৰত লৈ হাতেৰে মেখেলাখন কোঁচাবলৈ আৰম্ভ কৰি পানীত নামিল। ক্রমে মাক জীয়েক মাজ নৈ পালে। মাজ নৈত সাবিত্রীৰ পেটলৈকে পানী উঠিছিল, কিন্তু তাৰ বহুত আগতেই তাইৰ চোলা দাং খাই বুকুলৈকে উঠিছিল। মাকৰ মাজ নৈত উৰুৰ ওপৰ ভাগলৈ পানী উঠিছিল, আৰু মাকেও বহুত আগৰে পৰা কাপোৰ দাঙিছিল, শালীনতাবোধৰ প্রতি কোনো ভ্রূক্ষেপ কৰা নাছিল।

ঘৰৰ জপনা খুলি পটেই দেখিলে চাৰি বছৰীয়া দুৰ্পেতিয়ে ছাগলী পোৱালি দুটাৰ লগত আপোনমনে ধেমালি কৰি আছে। পটে নিৰ্বিকাৰ ভাবে ঘৰ সোমাল, জীয়েক যে ক'তো অপঘাতে মৰা নাই সেই প্রমাণে তাইৰ মুখত কোনো স্বস্তিৰ ভাব ফুটাই নুতুলিলে।

মাকক দেখা মাত্রকে দুৰ্পেতিয়ে ছাগলী পোৱালি এৰি মাকৰ পিছ ল'লে আৰু খেনখেনাবলৈ ধৰিলে ঃ "মাই, ভোক লাগুছি-ভাত দি।"

পটেই ভেকাহি মাৰি উঠিল—"মৰ ছলি, খালী খাওঁ খাওঁ। ৰান্ধোগে বহু ভোজ।"

তাৰপাছত সাবিত্রীক ক'লে "ঐ সাবি, খচ কৰি চাউল কেইটা ধুই আন। মই আথালত জুই দেওঁগে।"

মাকে বাঁহৰ খৰাহীত জুখি দিয়া চাউল কেইটা লৈ সাবিত্রীয়ে প্রায় দৌৰি দৌৰিয়ে পিছফালৰ মোমায়েকহঁতৰ পুখুৰীলৈ ধুবলৈ লৈ গ'ল। তাই যিমানেই খৰধৰ কৰিব মাকৰো সিমানেই সোনকালে ভাত বন্ধা হ'ব। চাউল ধুই উভতিবলৈ ধৰোঁতে সাবিত্রীৰ হঠাতে মোমায়েকৰ বাৰীৰ খৰুৱা বেঙেনা কেইডাললৈ চকু গ'ল। তাই লগে লগে চুৰুণী কাউৰীৰ চকুৰ ক্ষিপ্রতাৰে ইফালে সিফালে চালে আৰু সাউতকৈ বেঙেনা ডৰাৰ মাজত সোমাই দুটা বেঙেনা ছিঙি চাউলৰ খৰাহিত পুতি থ'লে। সাবিত্রী চালাক ছোৱালী, তাই জানে বোঁছকৈ ছিঙিলে মামীয়েকে গম পাব আৰু চোৰ যে বাহিৰৰ নহয়, ঘৰৰে, সেই কথা জানি সিহঁত মাক জীয়েকক ভাত খোৱা হেন কৰিব। মামীয়েকলৈ কম ভয় নহয় সাবিত্রীৰ।

পটেশ্বৰী জীয়েকৰ চুৰি কাৰ্যত খুছী হ'ল, মুখেৰে ক'লে, "মাইমেৰে দেখা নাইতো ?"

"কেনেকে দেখুবো ? মই ভালকে চাই-চিন্তিহি আনুছোঁ।"

পটেশ্বৰীৰ ভাত হ'ল। তিনিও মাক জীয়েকে অলপ নিমখ, কেতিয়াবাৰে পৰা শুকাই থকা কেঁচা জলকীয়া আৰু বেঙেনা পিটিকাৰে সলপ্ সলপকৈ



খোৱা ওলোৱা ভাতবোৰ অতি কম সময়ৰ ভিতৰতে তৃপ্তিৰে খাই শেষ কৰিলে ; খৰুৱা বেঙেনা দুটা পিটিকোতে পটেই খুব টান পাইছিল, বোধহয় ভিতৰত পোক লাগিছিল। কিন্তু তাই সেই কথালৈ গ্রাহ্য নকৰি তিনিওৰে মাজত ভাগ কৰি খাই পেলালে। ভাত খাই উঠাৰ পাছত সাবিত্রীয়েই আকৌ কাঁহী কেইখন লৈ পুখুৰীলৈ ধুবলৈ লৈ গ'ল।

পটেশ্বৰীয়ে ভাতৰ মুহুদি কৰিবলৈ পাকঘৰৰ ভিতৰৰ বাঁহৰ ভঙা খৰাহি এটাত খচমচাই শুকান তামোল এটা পালে। সেইটো কাটি মুখত ভৰাই তাই ককায়েক আৰু তাইৰ ঘৰৰ মাজৰ জেওৰাৰ জপনাখন খুলি ককায়েকহঁতৰ ঘৰ পালেগৈ।

পটেশ্বৰীৰ মাক আৰু বৌৱেকে চোতালত তাঁত বাতি কাঢ়ি আছিল। পটেই চোতালত ভৰি দি থমকি ৰ'ল, ইচ্, তাই কথাটো পাহৰিয়ে গৈছিল. তাই এতিয়া যিটো উদ্দেশ্য লৈ আহিছে সেই উদ্দেশ্যটো লৈ অহা উচিত নাছিল। অৱশ্যে বৌৱেকে তাইৰ উদ্দেশ্য জানিবলৈ তাইতো মুখখন খোলাই নাই।

পাণ নোহোৱা তামোলখন চোবাই চোবাই পটেশ্বৰীয়ে নিজৰ উদ্দেশ্য গোপন কৰি ক'লে—"অ' বৌ, তোমালোকে বাহোতো বিন্ধালা ? মই ভাবুলো বোলে বাতি কাঢ়া হল যদি সুতাখেনি ময়ে বাহোত বিন্ধে আহোঁ। অলপ আগে আগে নীলকণ্ঠোহাতোৰ ঘৰোৰপৰা আহি ভাত ৰান্ধি এইমাত্রো খাই আইহুলো। বাৰু তুমি গুছা, মই বাহুখান চলে নেওঁ।"

পটেশ্বৰীক দেখি বৌৱেকৰ মুখখন অলপ ওফন্দি উঠিছিল। এনে অশলাগী তিৰোতা, বাতিপুৱাই তেওঁ কৈ আহিল বোলে তেওঁ চাদৰৰ কাৰণে ঠিক কৰি থোৱা সুতাৰে আজি বাতি কাঢ়িব, পটেশ্বৰীয়ে যেন আহি সহায় কৰি দিয়ে। কিন্তু তাই উত্তৰ দিলে বোলে আজি তাইৰ ঘৰত চাউল নাই, নীলকণ্ঠহঁতৰ ঘৰত ধান খুন্দি দি আহিলেহে চাউল পাব, গতিকে বৌৱেকে আজি তাঁতবাতি নকৰিলেই নহয়নে ? তেওঁ তেতিয়া ক'লে বোলে পটেশ্বৰীয়েনো কিয় অঁকৰাৰ ভাও ধৰিছে, কালিতে যে ভাতৰ মাৰত সুতাবোৰ তিওৱাই শুকুৱা হ'ল তাই দেখা নাই নেকি ? চাউল বাৰু আজি তেৱেঁ দিব। কিন্তু পটেশ্বৰীয়ে অসহায়ভাৱে ক'লে যে নীলকণ্ঠহঁতৰ পৰা তাই বহুত উপকাৰ পাই থাকে, কালি তেওঁলোকেও ধানবোৰ ৰ'দত শুকুৱাই থৈছে। নীলকণ্ঠৰ বেৱোৰীয়েক এজনীতো স্কুললৈ যাব, ইজনীয়েতো অকলে ইমানগাল ধান খুন্দিব নোৱাৰে।

বৌৱেকৰ সেই খংটো মাৰ যোৱাই ন্যছিল, এতিয়া পটেশ্বৰীক দেখি তেওঁ মনে মনে আৰু জুলিল। নীলকণ্ঠহঁতৰ পৰাহে তাই সহায় পাই আছে,

তেওঁলোকৰ পৰা পোৱা নাই ? হেৰৌ, আজি ককায়েৰে তোক আশ্ৰয় নিদিলে তোৰ কি গতি হ'লহেঁতেন বাৰু ? তই যি বদনাম লৈ, যি বিপদত পৰি আহিছিলি, এই ককায়েৰ নেথাকিলে তই ক'ত আশ্ৰয় পালিহেঁতেন ঐ ? তেজপুৰত থকা সেই বাবু ককায়েৰে খুৱালেহেঁতেন নেকি ? তোৰ দেখোন খবৰকে নকৰে সেই ককায়েৰে। পুতেৰকতো বিনা পইছাই চাকৰে বাই আছে।

কিন্তু পটেশ্বৰীয়ে যেতিয়া তাঁতখন চলাই দিয়াৰ প্ৰস্তাৱ দিলে তেওঁৰ প্ৰথমতে দুই নাওত দুই ভৰি যেন হ'ল। তাইৰ ওপৰত থকা খঙৰ বাবে তাইক ছুবও দিবৰ মন নেযায়, আকৌ পটেশ্বৰীয়ে যিটো কাম কৰি দিব ওলাইছে, সেইটো কৰি দিলে যথেষ্ট সহায় হয়। ৰাতিপুৱাৰেপৰা বতাহ বলি থকাৰ বাবে সূতাবোৰত ইতিমধ্যে জট লাগিছে, বুঢ়ীয়ে পিটিকি মৰিছে হয়, কিন্তু বুঢ়া ছানি পৰা চকুৰেতো ভালকৈ মনিব নোৱাৰে। পটেশ্বৰীক যেন বৰ অনুগ্ৰহহে কৰিছে, এনেকৈ বৌৰেকে ক'লে—"কৰ্‌বা খুজ্‌ছাহ্‌ কৰ, শেষেই হৈ আহা বনখানোত হাত লগালিনো ইতা কি হবো।" কৈয়েই বৌৰেক নিজৰ ঠাইৰ পৰা গিৰিস্‌কৈ উঠিল আৰু কলে, "ধান কেইটামান ময়ো মেলি দিছোঁ দেখ্‌ছাহ্‌ নহয়, কালি বান্‌বা লাগ্‌বো, অলপ লাগি দিবিহি। যাওঁ, ধানকেইটা লাৰিছাৰি দি আহোঁ—তই তেনেহলি লাগ, শেষ কৰি দি, আজি তাঁতোত উঠাবা লাগ্‌বো।"

পটেশ্বৰী সূতাৰ জট ভঙাত লাগিল আৰু মনে মনে ভাবিলে যে বৌৰেকৰ তাঁতবাতি কঢ়াৰ কথাটোতো তাই পাহৰিয়ে গৈছিল, তাই আচলতে পাণ এখন বিচাৰি আহিছিল। কিন্তু বৌৰেকৰ ওচৰত পুৱাতে লগাই থোৱা অপৰাধটোৰ বাবে আৰু পাণ খুজিবলৈ সাহ নহ'ল। পটেৰ মুখৰ তামোলখন পাণ বিনেই প্ৰায় শেষ হৈ আহিল।

মাকে সুধিলে, "পটে, আপী দুটাক ঘৰোত থৈ আইছাহ্‌ ?"

পটেই ক'লে, "অ', দুয়ো ঘৰোতে আছে।" পটেৰ মন গৈছিল যে তাই ফুচ্‌ফুচাই মাকক কয় তাই পাণ বিচাৰি এখন্তেকৰ বাবেহে আহিছিল, সাবিত্ৰীক একো দিহা দি অহা নহ'ল। কিন্তু পটেশ্বৰীয়ে মনৰ সেই সৰু ভাৱটো মাকক কৈ পাতলাব নোৱাৰিলে, ওচৰতে ধান মেলি দি থকা বৌৰেকে শুনিব, কাৰণ পটেশ্বৰীৰ মাকৰ চকুতে কেৱল ছানি পৰা নাই, বয়সৰ লগে লগে কাণো যথেষ্ট গধুৰ হৈছে, গতিকে ডাঙৰকৈ নক'লে কোনো কথাকে নুশুনে।

মাকে আকৌ সুধিলে, "ভাত কিহেদি খালি ?"



"কিহেদি খাম আৰু, ভাত আৰু ভাতোত দিয়া"—সেইখিনিলৈকে কৈ পটেশ্বৰী হঠাতে ৰৈ গৈ বৌৰেকৰ পিনে চকিত দৃষ্টি নিক্ষেপ কৰিলে। বেঙেনা শব্দটো তাইৰ অপৰাধী মন বাবে মুখৰ পৰা ওলায়ো নোলাল, নহ'লে বেঙেনা ভাতত দিয়া কথাটো ইমান ৰাজসিক কাৰবাৰ নহয় যে বৌৰেকে তৎক্ষণাৎ ভাবিব- পটেশ্বৰী কেতিয়াবপৰানো ইমান ধনী হ'ল, তাই নিশ্চয় আমাৰ বাৰীৰ পৰা বেঙেনা চুৰি কৰিছে !

পটেক ৰৈ যোৱা দেখি মাকে পুনৰাই সুধিলে—"ভাতোত কি দিছ্‌লি ?"

পটেই তেতিয়া অম্লান বদনে সাজি কৈ গ'ল—"আজি নীলকণ্ঠহাতোৰ পুৰাকল এক ঠোক পাৰ্‌ছিল, তাৰে কেইটামান মোকো দিছিল, তাকেই ভাতোত দিছ্‌লো।"

"হৈ নেকি ? তেনেহলি মোকো দুটা দিবিচোন, পুৰাকল পেটোক গেলি ভাল, খাওনো কি, তথাপিও দেখোন মৰ পেটটো ভাদ্‌ভুদে থাকে।"

পটেই মনে মনে প্ৰমাদ গণিলে। মিছা কথাৰ ঠেং চুটি, নেজ দীঘল। সত্য এটাই, কিন্তু এটা মিছাক ঢাকিবলৈ আৰু যে কত শত মিছাৰ সৃষ্টি কৰিব লাগে।

গতিকে পটেই মিছা দীঘল নেজ ডাল আৰু দীঘলীয়া কৰি ক'লে—"দিবাতো পাৰ্‌লোয়ে হৈ, কিন্তু পাগলাদিয়া পাৰ হৈ ঘাটোতে ছায়াৰ মাকোক পালোঁ। মকম'কা কলকেইটা দেখি তাইৰো লোভ লাগিল, মোক খুজ্‌লাকেই। মইনো নেদি কেনাইকে পাৰোঁ ? তাইৰ পুঁই গাছডালোৰ পাই মই সিদ্‌নাখানো এক বোজা পুই আন্‌ছোঁ, তহঁতোকো দিছোঁ। নিলাক তাই আধা কল। বাকীখিনি আমি খাই ফেল্লো।"

বৌৰেকে সিফালৰ পৰা বেঁকা হাঁহি মাৰি ক'লে, "একোঁহি কৰে জীয়াকোৰ মৰম ! আক্‌লা আক্‌লি পুৰাকলোৰ দমটো পেটোত সুমালাক।"

উত্তৰত পটেই আৰু একো নেমাতিলে, নীৰৱে ৰাহ চলাই গ'ল। কিন্তু মনটো তাইৰ অশান্তিত ভৰি থাকিল, সাবিত্ৰীয়ে বা কি কৰিছে, দুৰ্পতিয়ে বা কি কৰিছে, যিহে বনৰীয়া ছোৱালী সাবিত্ৰী, আকৌ ঘৰৰ পৰা ওলাই নগ'লেই হৈছে। ছাগলীজনী বা ক'ত আছে। তাই আজি এড়ি সূতা অলপ কাটিব বুলি ভাবি থৈছিল, তাকো কটা নহ'ল।

অলপ পাছত সাবিত্ৰী আহি ওলাল।

"অ' তই আঁত আছাহ্‌ ! মই ভাব্‌লো বোলে ভাত খায়েই ক'ত গেলি। মাই এ, পত্‌মা, শনে এহাঁতে পোতা পুখৰীত জাখে মাৰ্‌বা যায়, ময়ো যাওঁ, দুৰ্পাতিক এতে আনি থৈ যাওঁ দে।"

পটেশ্বৰীয়ে জীয়েক ফুৰিবলৈ যাব বুলি শুনিলে আপত্তি কৰিলেহেঁতেন, কিন্তু মাছ মাৰিব বুলি জানি আৰু আপত্তি নকৰিলে।

বৌৱেকে সাবিত্ৰীক মাতিলে, "ঐ সাবি, মোকো পাহু যদি মাছ দুটামান দি যাবি ; আমাৰ ভাল জাখেখানোকে লৈ যা, এহোঁতোৰখান ভাঙা নহয়।"

সাবিত্ৰীয়ে ভনীয়েকক আনি গতাই থৈ জাকৈখন লৈ গুচি গ'ল।

বাটত বৈ থকা পত্মা আৰু শনেৰ লগ লাগি—তিনিওজনীয়ে বনৰীয়া হৰিণা পোৱালিৰ দৰে দৌৰি, জঁপিয়াই, হাঁহি-মাতি পোতা পুখুৰী পালেগৈ।

পোতা পুখুৰীটো এসময়ত বৰ ডাঙৰ পুখুৰীয়ে আছিল। কিন্তু ১৯৩৮ চনৰ ভুঁইকঁপত তলৰপৰা মাটি উঠি আহি পুখুৰীটো প্ৰায় পুতি পেলালে, এতিয়া মাজত অলপ পানী আছে, অৱশ্যে বানপানী হলে পুখুৰীটো ভৰি আগৰ দৰেই হৈছিল।

কিন্তু সিয়ো পুৰণি দিনৰ কথাৰ দৰেই হ'ল।

পাগলাদিয়াৰ মথাউৰি হোৱাৰ পাছত গাঁওখনত বানপানী নুঠা হ'ল, ফলত বাৰিষা পুখুৰীটো যিকণ ভৰে সেইকণ বৰষুণৰ পানীৰেহে, পাগলাদিয়াৰ বানপানীৰে নহয়।

হাঁহি-খিকিন্দালি কৰি সাবিত্ৰী, শনে আৰু পত্মা গৈ পোতা পুখুৰী পালেগৈ আৰু ছাব ছাব জাকৈ মাৰি সিহঁতে অকণি অকণি মোৱা মাছ কেইটামান পালে। ক'কালত আঁৰি লোৱা খালৈত তাকে ভৰাই প্ৰথমতে এজনীয়ে এটা গান জুৰি দিলে, তাৰপাছত ই দুজনীয়েও ধৰিলে ঃ

'ঐ, ঘাটোৰে ছেলুকোনি বৰাহোৰ পুঙা,
ক'ৰ পাৰা আহিলি পুলপুলা মুৱা ?
পুলপুলা মুৱাৰে মুখোতে ডাড়ি,
মাইহু নাকোক পিন্ধেছি নাইলানোৰ শাৰী।
নাইলানোৰ শাৰীতে পাটোৰে চোলা,
বৰাহোত উঠিল শামুকোৰ খোলা।
( তাই ) দিনমানটো কৰে কাম খাৱাৰে যোগাৰ,
( যদিও ) লালাকে কৰা নাই আকোৰে বাজাৰ।
( তাই ) বাটৌদি মানুহ গেলি হাত বাউল দি মাতে,
দুৰোৰ পাৰা তাই খালী কথাকে পাতে।
তথাপিও মানুহটোৱে কথাটো বুজে,
কাযোক গেলি গেলি তাই চাউলকঠা খোজে।'



গানটো শেষ কৰি আটাইকেইজনীয়ে খিল্খিলাই হাঁহে। বাহ্যিকতাৰ মোহে যে গাঁওবোৰকো লাহে লাহে আক্ৰমণ কৰিব ধৰিছে, তাৰ কিবা এক উপলব্ধিয়ে বোধহয় অকণমানি ছোৱালী কেইজনীকো আমোদৰ খোৰাক যোগায়।

সিফালে পটেশ্বৰীৰ ব্বাঁচ চলাই কাপোৰখন তাঁতত তোলোঁতে প্ৰায় গধূলিয়েই হ'ল। সাবিত্ৰী যি বনৰীয়া ছোৱালী, তাইনো সহজে ঘৰ চাপিব নে ?

পাগলাদিয়াৰ পৰা পানী একলহো আনিব আছে।

প্ৰায় বেলা ভাটি দিয়াত বৌৱেকে তাইক আৰু শাহুৱেকক দুবাটি গুড়ৰ চাহ দিছিল। দুৰ্পতিৰ হাতত ভীমকল এটা গোজা মাৰি দিছিল। পটেশ্বৰীক তাঁতত লগাই থৈ বৌৱেকে টোপনিৰ পৰা উঠা কেঁচুৱাটোক গাখীৰ খুৱালে, তাৰপাছত ওচৰৰ ঘৰৰ বোৱাৰীজনী লগ ধৰিবলৈ অহাত পাগলাদিয়ালৈ পানী আনিবলৈ কাষত কলহ লৈ ওলাল। পটেশ্বৰীয়ে যেতিয়া ক'লে যে তাইৰো পানী আনিবলৈ আছে, বৌৱেকে ক'লে—তাইৰ কি চিন্তা, তাই ৰাতি হ'লেও সাবিত্ৰীক লগত লৈ পানী আনিবলৈ যাব পাৰিব।

এসময়ত পটেশ্বৰী বৌৱেকৰ ঘৰৰ কামৰ পৰা আজৰি হ'ল, কিছু আগতে ঘৰ পোৱা সাবিত্ৰীক লগত নলৈয়ে তাই পানীও আনিলে আৰু ভাতৰ চৰুত জুই দিলে। সাবিত্ৰীক লগত ল'লে ঘৰত দুৰ্পতিক কোনে চায় ?

পটেই মোৱা মাছকেইটা ভাজিবলৈ তেলৰ বটলটো আনি চালে, তলত অলপ মান তেল লাগি আছে। তাকে তাই চৰুত দি মাছ কেইটা ভজাৰ নিয়ম ৰক্ষা কৰিলে। মাছৰপৰা আহোঁতে সাবিয়ে বাটৰ দাঁতিৰ ঢেকীয়া কেইডালমান বুটলি আনিছিল, পটেই সেইখিনি কলপাতেৰে নুৰিয়াই জুইতে গোজা মাৰি থ'লে।

সেইদিনা ৰাতি মাক-জীয়েকৰ আহাৰ বেছ তৃপ্তিকৰ হ'ল, গৰম ভাত, ঢেকীয়া পোৰা আৰু মোৱা মাছ ভাজি।

তৃপ্তিৰে ভোজন কৰি উঠি জীয়েক দুজনীৰ কাষত ভাগৰুৱা দেহাটো পেলাই পটেই জীয়েকৰ আব্দাৰত গান এটা গুনগুনাবলৈ ধৰিলে, সাবিত্ৰীৰ জট লগা চুলিখিনিত আঙুলি বুলাই বুলাই বোধহয় তাইৰ জটীয়া ভাঙুৰাৰ গীতটোকে মনলৈ আহিল ঃ

ক'ৰ পাৰা আহিলা জটীয়া ভাঙাৰা
সৰপে বান্ধৰা হিয়া,
তোমাৰ ৰূপ দেখি মেনকাই ডৰাৰে
নেদাও' পা-আ-ৰেবতীক বিয়া ॥
গায়ে লৈছা ভস্ম ধূলা,
কপালে তিলাকোৰ ফোঁটা
গলে লৈছা মুণ্ডমালা,
মাথায় জটোৰ লোটা ॥

পটেশ্বৰীৰ চকু জাপ খাই আহিছিল, কিন্তু সাবিত্ৰীয়ে আদৰ ধৰিলে—"ঐ মাই, জগন্নাথোৰ গীতটোও গাচোন, বহুত দিন শুনা নাই—"

সাবিত্ৰীয়ে মাকক আদৰ ধৰাৰ বা মাকৰ পৰা আদৰ পোৱাৰ সময় হ'ল ৰাতি এই শুবৰ সময়খিনিয়ে।

পটেশ্বৰীয়ে জোৰকৈ চকু দুটা মেলি ৰাখি জীয়েকৰ ফৰমাইছৰ গীতটো আৰম্ভ কৰিলে ঃ

বাটোৰে দুবেৰি, মুই ফেলাও' উৰ্ভেৰি,
জগন্নাথ আহিবো বুলি।
জগন্নাথ আহিছি, বাটোতে বৰেছি,
মাৰিছি ধৰমোৰ খুঁটি।
পাণ্ডু বৰেণাক সুধি আহাগে,
ৰাইজখান সুখী না দুখী।
ৰাইজোক আইছি উপাচক্ৰো
যাবো পানী উঠি···

এইবাৰ পটেশ্বৰীয়ে আৰু কোনোমতেই চকু মেল খুৱাই ৰাখিব নোৱাৰিলে, মুহূৰ্ততেই টোপনিৰ কোলাত ঢলি পৰিল।



॥ ৩॥

নলবাৰী ষ্টেচনৰ পৰা সাত মাইল নিলগত ঢলকুছি গাঁও। পূৰ্বতে ঢলকুছি এখন খুব ডাঙৰ গাঁৱেই আছিল, কিন্তু সেই গাঁওখনৰ প্ৰতি পাগলাদিয়া নদীৰ লোভৰ দৃষ্টি ইমানেই বেছি চকচকাই উঠিছিল যে গাঁওখনৰ আধাই সেই নৈৰ পেটলৈ গৈছিল। পাছত মথাউৰি বন্ধাত পাগলাদিয়াই লোভৰ সেই জিভাখন মেলিব নোৱৰা হ'ল আৰু বাকী গাঁওখনো ৰক্ষা পৰি গ'ল। যিবোৰ মানুহৰ ঘৰ নৈৰ বুকুত গৈছিল, সেই মানুহবোৰে সিপাৰত গৈ ঘৰ বান্ধিলেগৈ। কিন্তু তথাপিও তেওঁলোক ঢলকুছি গাঁৱৰে মানুহ হৈ থাকিল। অৱশ্যে পাগলাদিয়াই এৰি থৈ অহা যি মাটিত তেওঁলোকে ঘৰ সাজিলে সেই মাটি সিপাৰৰ বাথানঘাট গাঁৱৰে এক নৱলব্ধ অঞ্চল হিচাপে পৰিগণিত হৈছিল। ফলত পাগলাদিয়াই ঢলকুছি গাঁৱক সৰু কৰিলে আৰু বাথানঘাট গাঁৱক ডাঙৰ কৰিলে। কিন্তু তথাপিও তেওঁলোক মনেপ্ৰাণে কিবাকৈ ঢলকুছি গাঁৱৰে মানুহ হৈ থাকিল।

ঢলকুছি গাঁও অন্যান্য বহুতো উন্নতিশীল গাঁৱৰ দৰে সময়ৰ খোজত খোজ মিলাই আগবাঢ়িব পৰা নাছিল। এসময়ত পৰেশ কলিতায়ে যি ডাঙৰ মানুহ হৈ সেই গাঁৱৰ পৰা ওলাইছিল, কিন্তু তাৰ বহুত দিন পাছলৈকে সেই গাঁৱৰ কোনো ডেকাই কলেজো দেখা নাছিল। অথচ পৰেশ কলিতাৰ শহুৰেকৰ গাঁও বৰহোলাৰ পৰা এজনে বি এ. পাছ কৰি শিক্ষক হৈছিল, এজনে ডাক্তৰী পাছ কৰি ডাক্তৰ হৈছিল, এজনে ওকালতী পাছ কৰি উকীল হৈছিল। এই কেইজনৰ উপৰিও বহুতেই কলেজৰ মুখো দেখিছিল। পৰেশ কলিতাৰ খুলশালিয়েক ধীৰেন চৌধুৰীও আই. এ. লৈকে পঢ়ি সেই গাঁৱৰে এম. ই. স্কুলত শিক্ষক হৈ কাম কৰি আছিল।

কিন্তু এতিয়া লাহে লাহে ঢলকুছিতো অলপ অলপ উন্নতিৰ বা-বতাহ লাগিছে। পৰেশ কলিতাৰ ভায়েক উপেন, মানে উপেন কলিতাৰ ল'ৰা পাঁচোটা আছিল, ছোৱালী দুজনী। তাৰে প্ৰথম তিনিটা ল'ৰাই পাঠশালাৰ মুখ দেখিছিল হয়, কিন্তু তাতকৈ কোনো এটায়ে পঢ়াত আগবাঢ়িব নোৱাৰিলে। চতুৰ্থ ল'ৰাটো অলপ ডাঙৰ হোৱাৰ পাছত ঢুকাল। পঞ্চম ল'ৰা নিপেনে,

মানে নৃপেনে কিন্তু পঢ়াশুনাত আগ্ৰহ দেখুৱাইছে। চলকুছি গাঁৱত হাইস্কুল নাই, কিন্তু বৰহোলাত হাইস্কুল আছে। সি সেই হাইস্কুলৰ নৱমমান শ্ৰেণীত পঢ়ে। তাৰ পঢ়াৰ লগতে ফুলৰ প্ৰতিও বৰ চখ, সিয়েই ভগীবাবাৰ আশ্ৰমৰ পৰা ফুলৰ গছবোৰ উভালি আনি নিজৰ ঘৰত ৰুইছে।

উপেন কলিতাক মানুহে উপিন বেপাৰী বুলি কয়। পৰেশ দাৰোগাৰ ভায়েক উপিন বেপাৰী। উপিন বেপাৰীৰ মাটি-বাৰী যথেষ্ট আছে, ধান যথেষ্ট পায়, বাৰীখনো মস্ত ডাঙৰ, গৰু আছে, হাঁহ আছে, পাৰ আছে—এক কথাত তেওঁ এজন সম্পন্ন গৃহস্থ। কিন্তু তথাপিও উপিন বেপাৰীৰ মনৰ পৰা অভাৱবোধটো নাতৰে, সেইবাবে তেওঁ বাৰীৰ তামোল-পাণ, শাক-পাচলিৰ পৰা আদিকৰি হাঁহ, পাৰ, কণী, গাখীৰ সকলো বস্তুকে সপ্তাহৰ হাটলৈ বেচিবলৈ নিয়াৰ উপৰিও সপ্তাহৰ আন দিনা ওচৰৰ বামুণ গাঁও ৰূপকুছিৰ বামুণ সকলৰ ঘৰতো বেচি থৈ আহেগৈ। এই কথাটোত গাঁৱৰ মানুহে তেওঁক হাঁহে আৰু চহৰত থকা ককায়েক পৰেশ কলিতাই বৰ লাজ আৰু বেজাৰ পায়। তেওঁ সেইবাবে ভায়েকক নানা ধৰণে সহায় কৰি সেই স্বভাৱ আঁতৰাবৰ চেষ্টা কৰে, কিন্তু একোতে একো ফল নহয়, উপিন বেপাৰীয়ে ঘৰৰ সকলো বস্তু চাহি-মুহি নি বেচি থৈ আহেগৈ। এবাৰ তেওঁৰ অনুপস্থিতিত তেওঁৰ ডাঙৰ জোঁৱায়েক আহি ওলাইছিল,—তেওঁ দুয়োজনী ছোৱালীকে সৰুতে বিয়া দি লেঠা মাৰি থৈছিল—দুপৰীয়া ভাত খাবৰ পৰত আহি ওলোৱা জোঁৱায়েকক দেখি শুদা মাহ আৰু আলুপোৰাৰে ভাত ৰন্ধা শাহুৱেকে লৰালৰিকৈ কণী এটা ভাজি দিলে। জোঁৱায়েকে বাথানঘাটত ভায়েকৰ বিয়াৰ বাবে দৈৰ অৰ্ডাৰ দিবলৈ আহিছিল, গতিকে ভাত খাই মুহূৰ্দি কৰিয়েই তেওঁ পাগলাদিয়া পাৰ হৈ গুচি গ'ল ; প্ৰথমতে তেওঁ বাথানঘাটত দৈৰ বন্দৱস্ত কৰিব, তাৰপাছত বাহিৰে বাহিৰে মোৰকোনাত বাছ ধৰি নলবাৰীলৈ যাব। নলবাৰীতো বিয়াৰ যা-যোগাৰৰ সকাম আছে।

উপিন বেপাৰী ঘৰলৈ আহি জোঁৱায়েক অহাৰ খবৰটো পালে, জীয়েক-নাতি-নাতিনীহঁতৰ মংগলা-মংগলৰ খবৰ ল'লে, তাৰপাছত ভাতখাবলৈ বহিল। সিপাৰৰ গেলামালৰ দোকানীৰ লগত তেওঁৰ কিবা হিচাপ আছিল, সেই হিচাপ-পত্ৰ কৰি তেওঁৰ সিপাৰত থকা পথাৰৰ ধাননীৰ জেওৰা ভাঙি গৰু-গাই সোমাইছে নেকি তাকো চাই আহি উপিন বেপাৰীয়ে পাগলাদিয়া পাৰ হওঁতে তাত জোৰোৰা এটাও মাৰি আহিছে, গতিকে আহিয়ে তেওঁ ভাতৰ পাতত বহিব পাৰিলে।

ভাত খাই উঠি তেওঁ ঘৈণীয়েকক ক'লে, "ডিমা সাতটা মোনাটোত ভৰে



দি আৰু কালি চুঙাত ভৰে থৰা দৈ গাখীৰখিনিও দি, স্বৰ্ণে বামুণে সিদনাতে কৈ থৈছিল, আজি বেচি আহোঁগে।"

ঘৈণীয়েকে তেতিয়া ভয়ে ভয়ে উত্তৰ দিলে, "ডিমাতো সাতটা নাই, ছয়টাহে আছে, এটা ধনাৰাৰ বাপাক ভাতোৰ লগত ভাজি দিলোঁ নহয় !"

উপিন বেপাৰীৰ তঙ্ককৈ খং উঠি গৈছিল—"ঐ লাট চাহাবোৰ জীয়াক, সি কোন লাট চাহাবোৰ বেণ্টা আইহুছিল যি তাক ইমানবিধ ভাত-আঞ্জা থাকোঁতেও আৰু ডিমা এটা ভাজি খুৱাবা লাগা হ'ল ! ইবাৰোৰ পাৰা চাবি, যদি আৰু এনাই কাণ্ডো কৰা দেখোঁ তোক চোচোৰে টানি নি পাগলাদিয়া পাৰকে থৈ আহিম বেটী !"

তাৰপাছত উপিন বেপাৰীয়ে দপদপাই সেই ছটা কণী আৰু দৈৰ চুঙাটো লৈ ৰূপকুছি গাঁৱৰ পিনে খোজ লৈছিল।

উপিন বেপাৰীৰ ডাঙৰটো ল'ৰা হৰেনে ঘৰতে থাকি খেতিবাতি কৰে, দ্বিতীয়টো ৰাজেন মথাউৰিৰ ইঞ্জিনিয়াৰৰ মহৰীৰ কামত সোমাইছে আৰু তৃতীয়টো বলীন মোমায়েকৰ ঘৰত থাকে। মোমায়েকৰ ল'ৰা নাই, ছোৱালী কিন্তু চাৰিজনী, অথচ হালোৱা চহা মানুহৰ ঘৰতনো ল'ৰা এটা নহ'লে কেনেকৈ চলে, গতিকে তেওঁৰ ভনীয়েকৰ ল'ৰাটোকে লগত নি ৰাখিলে। সেই ব্যৱস্থাটোত মোমায়েকৰ লগতে বাপেকো বেছ সন্তুষ্ট হ'ল। তেওঁৰ ইমান কেইটা ল'ৰা, এটাৰ অন্ততঃ এনেকৈ ভাত মুকলিলে মোকলকচোন ! তাৰোপৰি মোমায়েকেনো তাক এনেয়ে ৰাব নে, অলপ মাটিবাৰী দি নেযাবনে ?

এইদৰে উপিন বেপাৰীৰ ল'ৰাকেইটাৰ লগত খৰচ হোৱাতকৈ, সিহঁত তেওঁৰ খৰচৰ বাট সংকুচিতহে কৰি আনিছে। অৱশ্যে সৰুটো পুতেকৰ কথা বেলেগ, নিপেনৰ লগত তেওঁৰ এতিয়াও খৰচেই হৈ আছে যদিও তাৰ কিতাপ-পত্ৰ, কাপোৰ-কানি, মাছুল আদিৰ যোগান ধৰে চহৰত থকা তেওঁৰ দাৰোগা ককায়েকে। কৰিব আৰু নকৰিবনে—উপিন বেপাৰীয়ে এক হিংস্ৰ জ্বালাৰে ভাবে, পুলিছত কাম কৰা মানুহ, ভাৰে ভাৰে টকা আৰ্জিছে, অইন ককায়েক হ'লে আজি তেওঁৰ এই ডাল-দৰিদ্ৰ অৱস্থা হৈ নেথাকিলহেঁতেন, একেবাৰে ৰজাৰ সুখত ৰাখিলেহেঁতেন তেওঁক, গতিকে সেই মানুহজনে যে নিপেনক পঢ়ুৱাইছে, সেইটো একো সহায় বুলিয়ে ক'ব নোৱাৰি।

পিছে নিপেনক পঢ়ুৱাব লাগিব, উপিন বেপাৰীয়ে সেই কথাটো খুব আন্তৰিকতাৰে ভাবে, ল'ৰাটোৰ পঢ়াত বৰ মন, চহৰৰ সেই হাড় কৃপণ ককায়েকটোৱে এনেহেন ল'ৰাটোক এম. এ. বি. এ. পাছ নকৰালে পাপত মৰিব।

॥৪॥

ঢলকুছি গাঁৱত বৰ্তমান অলপ উঠি আহিব ধৰা আৰু এঘৰ মানুহ হ'ল বাণেশ্বৰহঁত। বাণো অৰ্থাৎ বাণেশ্বৰো পৰেশ কলিতাৰ দৰে চহৰলৈ ওলাই যোৱা ল'ৰা আছিল, কিন্তু তেওঁ ওলাই গৈছিল মাত্ৰ সপ্তম মান শ্ৰেণীলৈকে পঢ়ি; আচলতে বাণো লগৰ দুষ্ট ল'ৰাৰ লগত পৰি চহৰলৈ পলাই গৈছিল। বাণো আছিল বিধবা মাকৰ একেটা সন্তান। সেই ল'ৰাটো জন্ম হোৱাৰ পাছতে বিধবা হোৱা মাকৰ বাবে বাণো আছিল জীৱনত জীয়াই থকাৰ একমাত্ৰ অৱলম্বন। তেওঁৰ বিধবা হোৱা সময়ত বয়স আছিল ওঠৰ বছৰ। সেই তেতিয়াৰে পৰা তেওঁ বাণোক বুকুত সুমুৱাই ববজনাক আৰু দেওৰেক— দুয়োজনেৰে সংসাৰ দুখনৰ একপ্ৰকাৰৰ নিকিনা ক্ৰীতদাসী হৈ থাকিল। পুৱা চোতাল সৰাৰে পৰা আৰম্ভ কৰি পিৰালী মচা, ধান বনা, কাপোৰ ধোৱা, নৈৰ পৰা পানী অনা, কাপোৰ বোৱা, সময়ে সময়ে ৰন্ধা-বঢ়া কৰা— সকলো কামেই তেওঁ কৰিছিল। ৰন্ধা-বঢ়াখিনি জাক দুজনীয়েই কৰে, কিন্তু তেওঁলোক দুজনীতো বিধবা হোৱা নাই যে বাণোৰ মাকৰ দৰে একেটি 'বাণোৱে''ই তেওঁলোকৰ কোলা শুৱনী কৰি থাকিব, গতিকে এজনী জাকৰ বছৰে বছৰে আৰু এজনী জাকৰ দুবছৰ আঢ়ৈ বছৰৰ মূৰে মূৰে সন্তান জন্ম হৈ থকাৰ ফলত তেওঁলোক প্ৰসূতি ঘৰত ইমান সোমাই থাকিব লাগে যে বাণোৰ মাকে ভাত ৰান্ধিলে নচলে। অৱশ্যে ডাঙৰ জাকৰ দুজনী ছোৱালী অলপ ডাঙৰ হৈছে, সিহঁতে তেতিয়া খুৰীয়েকক অইন কামত সহায় কৰি দিয়ে।

বাণো যেতিয়া পলাই গ'ল, মাকে একপ্ৰকাৰ খোৱা-লোৱা ত্যাগ কৰি শয্যাৰে আশ্ৰয় লৈছিল। অগত্যা বাণোক বিচাৰি খুৰাক চহৰ ওলাইছিল গৈ। কিন্তু গুৱাহাটী হেন চহৰত সৰু ল'ৰা এটাক তেওঁ কেনেকৈ বিচাৰি পায়? পুলিচ থানালৈ যাওঁতে পুলিচে ফটো চাবলৈ বিচাৰিলে। ফটো? গাঁৱৰ ল'ৰাৰ কিবা ফটো থাকেনেকি?

অগত্যা তেওঁ হতাশভাৱে উভতি আহিছিল। কিন্তু ঘৰলৈ আহি দেখে — নিৰুদ্দেশ হোৱা শ্ৰীমান তেওঁৰ আগতেই আহি হাজিৰ। ইয়াৰ পাছত সি আকৌ পলালে পুলিচক দেখুৱাবলৈ ফটোৰ ব্যৱস্থাও এইবাৰ হ'ল, কাৰণ



বাণোই চহৰৰ পৰা ফটো তুলি আহিছে। অকল সেয়ে নহয়, বাণোই চহৰৰ প্ৰেছত চাকৰি এটাও যোগাৰ কৰি আহিছে। সি যাৰ লগত পলাই গৈছিল সেই লগৰ ল'ৰাৰ সহায়তে তাৰ চাকৰিৰ ব্যৱস্থা হ'ল। লগতে তাত খোৱা থকাৰো ব্যৱস্থা হৈছে, প্ৰেছৰ মালিকে নিজৰ ঘৰতে হেনো বাণোক থাকিবলৈ দিব। বাণোৰ খবৰবোৰত মাকে চকুলো টুকিলে—সেই চকুলো দুখৰো, সুখৰো। একমাত্ৰ পুতেকে তেওঁৰ বুকু শুদা কৰি থৈ যাব, অতি হিয়াভঙা কথা। অথচ পুতেকৰ ভৱিষ্যৎ বোলা কথা এটাও আছে আৰু জীৱনত আন বহুতো তিৰোতাতকৈ তেওঁৰ দৰে দুখীয়া বাঁৰী তিৰোতাৰ বাবে একমাত্ৰ নয়নৰ ধনৰ ভৱিষ্যৎটো আৰু বেছি ডাঙৰ কথা।

এদিন বাণো টালি-টোপোলা বান্ধি চহৰৰ প্ৰেছত চাকৰি কৰিবলৈ ওলাই গ'ল, মাকৰ ওচৰত থৈ গ'ল চহৰত তুলি অনা তাৰ ফটোখন। যিহওক, গাঁৱৰ পৰা চহৰলৈ হাজাৰ হাজাৰ বছৰ ধৰি যি প্ৰব্ৰজন হৈ আছে, সেই প্ৰব্ৰজনৰ শোভাযাত্ৰাত আৰু এটি প্ৰাণীয়ে যোগ দিলে।

চাকৰিত সোমাই অৱশ্যে বাণোৱে এটা বৰ আঘাত পালে। প্ৰেছৰ কামৰ নামত সি দেখিলে যে প্ৰেছৰ কৰ্মচাৰীসকলৰ ফাইফৰমাছ খটা সি এটা লগুৱা ল'ৰাৰ বাহিৰে একো নহয়। সিফালে মালিকৰ ঘৰত যে খোৱা-থকাৰ ব্যৱস্থা হৈছে—সিয়ো একপ্ৰকাৰ লগুৱা হৈ থকাৰ বিনিময়তহে। ঘৰৰ কাঁহীবাটি কেইডোখৰ বা কাপোৰ কেইখন সি ধুব নেলাগে হয়, কিন্তু তাৰ বাহিৰে বজাৰ কৰা, পাকঘৰৰ কামত সহায় কৰা, বাৰীত কোৰ মৰা আদি সকলো কামেই সি কৰিব লগা হ'ল। প্ৰেছৰ মালিকৰ ঘৈণীয়েক গৰাকী কথা-বতৰাত অতি ভাল। তাৰ প্ৰথমৰ পৰাই মানুহজনীক বৰ ভাল লাগিছিল আৰু তাৰ মনে তেওঁৰ লগত তাৰ মাকৰ তুলনা কৰি এক বিশেষ তৃপ্তি লাভ কৰিছিল। এওঁ নিশ্চয় তাৰ মাকৰ বয়সীয়াই হ'ব, কেৱল চহৰত আৰাম কৰি থকাৰ বাবে এওঁক তাৰ মাকৰ জীয়েক যেনহে দেখি। বাণোৱে এইদৰে ভাবিছিল। লগতে বাণোৱে আগতে বহুত বাৰ কৰাৰ দৰে আকৌ এবাৰ এই প্ৰতিজ্ঞা কৰিছিল যে সি চাকৰি কৰি মাকক সুখত ৰাখিব, লোকৰ সংসাৰত অষ্টপ্ৰহৰ কাম কৰি কৰি অকালতে বুঢ়ী হোৱা মাকৰ প্ৰতি তাৰ কিমান মৰম কোনেও নেজানে। সি যে পলাইছিল সেইটো যে মাকক দুখ দিবলৈ নহয়, সুখ দিবলৈহে, সেই কথা সি পাছত মনে মনে মাকক কৈছিল। সি জানিছিল যে বৰ পিতাক আৰু খুৰাকৰ লগত থাকিলে তাৰ কোনো ভৱিষ্যৎ নাই, তেওঁলোকৰ সংসাৰত মাক যেনেকৈ দাসী হৈছে, সিয়ো তেনেকৈ তেওঁলোকৰ পথাৰৰ খেতি কৰা হালোৱাত পৰিণত হ'ব। তাৰ বাপেকৰ মাটিও সি অকলে ভোগ

কৰিবলৈ নেপায়, কাৰণ সেই মাটি গোটেইকেইটা ভায়েক-ককায়েকৰ নামত একেখন পট্টাতে আছে। অৱশ্যে এদিন পট্টা সি ফালিব পাৰিব, কিন্তু পানীত থাকি ঘঁৰিয়ালৰ লগত যুঁজাৰ ইচ্ছা তাৰ নাই।

বাণো যে অষ্টম মানলৈ পঢ়িছিল, সেইখিনি তাৰ মাকৰ অহোপুৰুষাৰ্থৰ বলতহে হৈছিল। মাজতে এবাৰ ফেল কৰা মজলীয়া বুদ্ধিৰ বাণো অষ্টমমান শ্ৰেণী পাওঁতে যোল বছৰীয়াই হৈছিল। সেই বয়সত ঘৰৰপৰা পলাই যোৱা ল'ৰাটো আচলতে দুষ্ট বুদ্ধিৰ প্ৰবোচনাত পলোৱা নাছিল, পলাইছিল নিজস্ব এক যুক্তি বুদ্ধিৰ তাড়নাত। মাকক পাছত তাকেই বুজাইছিল। গাঁৱত থাকিলে তাৰ ভৱিষ্যৎ নাই, গতিকে সেই ভৱিষ্যতৰ সন্ধান সি চহৰত কৰিব। অথচ বাণোৱে জানে যে সেই কথা মাকক সেইদৰে বুজাই চহৰলৈ গ'লে মাকে হয়তো আপত্তি নকৰিব, কিন্তু বৰপিতাক আৰু খুৰাক খুব অসন্তুষ্ট হ'ব। অথচ তেওঁলোকক কথাখিনি ভাঙি-পাতি নোকোৱাকৈ কি চেলুৰেনো সি চহৰলৈ যায়? গতিকে কাকো একো নোকোৱাকৈ সি পলায়ে গ'ল। মাকক ক'বৰ কাৰণে তাৰ মনটো আকুলি-বিকুলি কৰি থাকিলেও মাককো সি ক'ব নোৱাৰিলে, কাৰণ গোটেই ঘৰখনে তাক পলোৱা বুলি জনাৰ পাছত মাকে আচল কথাটো জানিও সকলোৱে আগতনো নজনাৰ ভাও ধৰি থাকিব কেনেকৈ? গতিকে এই সান্ত্বনাকে বুকুত বান্ধি বাণো পলাইছিল যে তাৰ পলায়নত মাকৰ চকুত যি দুখৰ অশ্ৰুৰ ঢল নামিব, সেই চকুতে আকৌ সুখৰ হাঁহি তিৰবিৰাব চাকৰিয়াল পুতেকৰ প্ৰত্যাবৰ্তনত।

এদিন তাৰ সেই কল্পনা বাস্তৱত ৰূপায়িতও হৈছিল।

বাণোৰ অন্তৰত কঠোৰ প্ৰতিজ্ঞা, সি চহৰত প্ৰতিষ্ঠা লাভ কৰিবই। অথচ আজন্ম পৰিচিত গাঁওখন সি যেতিয়া সঁচাকৈয়ে এৰি আহিল, তাৰ কিশোৰ হিয়াখন ভাঙি যেন টুকুৰা টুকুৰ হ'ল। অথচ সি যেতিয়া চহৰলৈ পলাই গৈছিল, তেতিয়া তাৰ মাকৰ কথা ভাবি অলপ বেয়া লাগিলেও ইমান বেয়া লগা নাছিল। কিন্তু অৱশেষত সঁচাকৈয়ে সি যেতিয়া তাৰ ঘৰ, তাৰ গাঁও চিৰদিনলৈ এৰি থৈ চহৰলৈ গুচি আহিল—তেতিয়াহে যেন সেই এৰি অহাৰ প্ৰকৃত তাৎপৰ্য সি অন্তৰেৰে উপলব্ধি কৰিব পাৰিলে। আচৰিত, তাৰ ঘৰৰ আৰু তাৰ গাঁৱৰ যিবোৰ সৰুসুৰা কথাৰ প্ৰতি সি কোনোদিন অলপো সচেতনেই নাছিল, এতিয়া সেই সকলোবোৰেই নে নতুন মূল্য আৰু নতুন মায়াৰে তাৰ কিশোৰ প্ৰাণত খুন্দিয়াবলৈ ধৰিলে। শকুন্তলাই আশ্ৰম ত্যাগ কৰি যোৱাৰ দৰেই তাৰ অৱস্থাটো হ'ল। ইমান ডাঙৰ হৈয়ো সি মাকৰ লগত একেখন বিছনাতে শুইছিল, মাকে তাক সদায়ে শোৱাৰ পৰত



মূৰৰ চুলিত আলফুলকৈ হাত বুলাই দিছিল, পিঠি পিহি দিছিল আৰু তাৰ পাছত তাৰ লাহে লাহে টোপনি আহিছিল। কিন্তু আজিৰ পৰা সেই সুখস্বৰ্গৰ পৰা তাৰ চিৰবিদায় হ'ল। মাকৰ মৰমৰ পোনপটীয়া স্পৰ্শৰ পৰা সি যেন এতিয়া সহস্ৰ যোজনলৈ আঁতৰি আহিল।

বাণোৱে কিশোৰৰ অহংকাৰেৰে ঘৰ এৰি আহিবৰ সময়ত চকুলো টোকা নাছিল যদিও তাৰ কৰ্মজীৱনৰ চহৰখনৰ প্ৰথম নিশাটো চকুলোৰে শেতেলি তিয়াই পেলালে; সি কোনোদিন আপোন বুলি ভাবিব নোৱাৰা—তাৰ বৰপিতাক আৰু খুৰাকৰ ঘৰ বুলি ভৰা ঘৰখনৰ স্নেহস্পৰ্শৰ বাবে সি আকুল হৈ উঠিল। বিচ্ছেদৰ মাজেদিহে বন্ধনৰ দৃঢ়তা ইমান গভীৰভাৱে উপলব্ধি কৰিব পাৰি। যেতিয়ালৈকে সেই সকলোবোৰ তাৰ জীৱনৰ লগত ওতঃপ্ৰোতভাৱে সাঙোৰ খাই আছিল, তেতিয়ালৈকে সি তাৰ প্ৰকৃত মূল্য বুজা নাছিল, সকলো অতি সহজ-সাধাৰণ আছিল। কিন্তু যি মুহূৰ্ততে সি সেই সকলোবোৰৰ পৰা চিৰদিনলৈ আঁতৰি আহিব লগা হ'ল, সেই মুহূৰ্ততে সি বুজি উঠিল—সেইবোৰ তাৰ কিমান হিয়াৰ আপোন আছিল। মাকতো মাকেই, বাণো আকুল হৈ উঠিছিল তাৰ ভায়েক-ভনীয়েকবোৰৰ স্মৰণত, তাৰ বন্ধুবোৰৰ স্মৰণত; প্ৰেছৰ মালিকৰ টিনৰ চালৰ তলত শুই থকা বাণোক হাত বাউলি দি মাতিবলৈ ধৰিলে তাৰ খেৰৰ চালৰ ঘৰটোৱে, মাকে সাৰি মচি নিকাকৈ থোৱা তাৰ মাটিৰ ঘৰটোৱে, মাতিবলৈ ধৰিলে সিহঁতৰ পদূলীৰ অলপ দূৰৈত থকা আহঁত গছডালে, শিলগুটি নথকা মাটিৰ বাটটোৱে, সেউজীয়া ধানেৰে ভৰি থকা পথাৰখনে। এনেকি সি সদায় ৰমেশ মাষ্টৰৰ অতিপাত নিষ্ঠুৰতাৰ বাবে ভয়ৰ চকুৰে চোৱা স্কুলঘৰখনেও যেন তাৰ অদৃশ্য হাতেৰে বাণোক হাত বাউলি দি মাতিবলৈ ধৰিছিল।

আৰু পাগলাদিয়া নৈখন?

প্ৰেছৰ মালিকৰ ঘৰত পানীৰ কলবোৰ চাৰিওপিনে বৰ সুবিধাকৈ বহুৱা হৈছে; বাথৰুমত কল, পাকঘৰত কল, মুখধোৱা বেছিনত কল, পিছফালে চুৱা কাঁহীবাটি ধোৱা ঠাইত কল। মাকৰ দৰে লগা মালিকৰ ঘৈণীয়েক গৰাকীয়ে বাণোক ঘৰটোৰ ক'ত কি আছে, সি ক'ত কি ব্যৱহাৰ কৰিব, কিমান সুবিধা কৰি ঘৰটো বন্ধা হৈছে—ইত্যাদিবোৰ যেতিয়া অলপ গৌৰৱ মিহলি সনা মাতেৰে বুজাই দি আছিল, বাণো উচপ খাই উঠিছিল তাৰ গা ধোৱা ঠাইডোখৰ দেখি। কাঁহীবাটি ধোৱা ঠাইৰ পৰা অলপ দূৰৈত আৰু এডোখৰ ঠাই পকী কৰি থোৱা আছে, কলৰ পৰা পানী কাঢ়িয়াই নি সি হেনো তাতে গা ধুব লাগিব!

বাণোৱে সভয়ে কঠিন পকাডোখৰলৈ চাইছিল আৰু তাৰ পাছতে তাৰ মনটোৱে মুহূৰ্তৰ ভিতৰতে ঢপলিয়াই গৈ পাগলাদিয়াত জাঁপ মাৰি পৰিছিল গৈ।

হায় পাগলাদিয়া! যাৰ অশান্ত বালিয়া বুকুতে সাঁতুৰি-নাদুৰি ইমানখিনি ডাঙৰ হলোঁহি—, যি পাগলাদিয়াই পগলা মূৰ্তি ধাৰণ কৰি গাঁও ভুঁই সংহৰণ কৰি নিলেও আমি গাঁৱৰ ল'ৰা-ছোৱালীবোৰক কোনো ক্ষতি নকৰিলে, যি পাগলাদিয়াই তেওঁৰ বুকুত উথলমাথল লগাই থকা আমি ল'ৰা-ছোৱালীবোৰৰ জলক্ৰীড়াক প্ৰশ্ৰয়ৰ মৰমসনা কৌতুকেৰে, সদায় কেৱল চায়েই গ'ল—সেই পাগলাদিয়াৰ বিশাল বুকুত মই আৰু গা জুৰ কৰিব নোৱাৰিম, কুঁহিয়াৰৰ দৰে লাহী নলা এটাৰ পৰা প্ৰস্ৰাৱৰ দৰে ওলোৱা পানী এবাল্টি লৈহে মই গা জুৰ পেলাব লাগিব?

হায় ভগবান!

বাণোৱে সেইদিনা ঠিক এনেকৈ ভাবিব নোৱাৰিলেও তাৰ মনৰ ভাৱবোৰ কোনোবাজনা মানুহে লিপিবদ্ধ কৰিব পাৰিলে এনেকুৱাই হ'লহেঁতেন।

কিন্তু মনত কঠোৰ সংকল্প লৈ অহা বাণোৱে তাৰ মৰমৰ গাঁৱৰ সেই হাত বাউলিৰ আকৰ্ষণৰ জালখন মনৰ ভিতৰতে দুৰ্ঘোৰ সংগ্ৰাম কৰি অৱশেষত ছিঙি পেলাইছিল। এনেকি সি যেতিয়া গম পালে যে তাৰ প্ৰেছৰ ভিতৰে-বাহিৰে আচল চাকৰি লগুৱাৰেই, তেতিয়াও সি গাঁৱৰ উলটি যোৱাৰ আহ্বানত সঁহাৰি নিদিলে। আচলতে গাঁৱলৈ উলটি নেযাবলৈ ঘৰৰ এজন মানুহে বাণোৰ মনলৈ কঠোৰ দৃঢ়তা আনি নিছিল।

সেই মানুহজন হ'ল তাৰ খুৰাক।

সি যেতিয়া চহৰলৈ আহিবলৈ যো-জা কৰিছিল, খুৰাকে তাৰ মাকৰ আগত এটা তীক্ষ্ন বিদ্ৰূপ আৰু অবিশ্বাস মিহলোৱা হাঁহি মাৰি কৈছিল, "অ' মাজুবৌ, তোমাৰ ছলিয়ে চহৰোত চাকৰি কৰি তোমাক ৰাজৰাণী কৰি বহি খুৱাবো? হাঃ—হাঃ—হাঃ—মই তোমাক কৈ থ'লো তুমি চাই থাকা—দুই দিন পিছোতে সি উলটি আহে না নাহে!"

খুৰাকৰ সেই ব্যংগ, সেই হাঁহি বাণোৱে সিদিনা প্ৰত্যাহ্বান হিচাপে লৈছিল।

এতিয়া সেই স্মৰণেও তাৰ গৃহকাতৰ মনটোক বল দিলে আৰু ঘৰলৈ দৌৰ মাৰি উভতি গুচি যোৱাৰ পৰা বিৰত কৰি ৰাখিলে। কিন্তু চাকৰিয়ে তাৰ স্বপ্নভংগ কৰি পেলালে।

প্ৰেছতো ফাই-ফৰমাছ খাটিব লাগে, ঘৰতো লাগে।



কিন্তু তথাপি সি থাকিবই লাগিব, উভতি যোৱাৰ বাট তাৰ বন্ধ।

কিন্তু বাণোৱে মনে মনে আৰু এটা কথাও জানিছিল যে মানুহে লাগি থাকিলে মাগি খাব নেলাগে। সি প্ৰথম মাহৰ দৰমহাৰে মাকলৈ অলপ পইচা পঠালে আৰু তাৰ কিতাপ-পত্ৰ অলপ কিনি ল'লে। মেট্ৰিকটো সি যেনেতেনে পাছ কৰি ল'বই লাগিব, তেহে সি প্ৰেছত ভাল চাকৰি এটা পাব। গতিকে বাণোৱে প্ৰেছৰ কাম কৰি উঠি, ঘৰৰ কাম কৰি উঠি ৰাতি ৰাতি অলপ পঢ়াশুনা কৰিবলৈ ধৰিলে।

বাণোৰ স্বপ্নভংগ হৈছিল মাক যেন লগা প্ৰেছৰ মালিকৰ ঘৈণীয়েকৰ ক্ষেত্ৰতো।

সি বাইদেউ বুলি মতা মানুহ গৰাকীৰ মাতটো অতি কোমল আৰু মৰমিয়াল, তাক বা আন লগুৱা-লিগিৰীক তেওঁ কোনোদিন এষাৰ টান কথা কৈ পোৱা নাই।

কিন্তু বাণো আহত হ'ল তেওঁৰ কামত, মাতত নহয়।

মানুহজনীয়ে পাকঘৰৰ কাম আনৰ হতুৱাই কৰালেও ভাত দিবৰ সময়ত হ'লে সকলোকে নিজ হাতেৰে দিয়ে। তেতিয়াই বাণোৱে লক্ষ্য কৰিলে যে চৰুত লাগে বস্তু বৈ যাব, তথাপি তেওঁ সিহঁতক যথেষ্ট পৰিমাণৰ মাছ তৰিতৰকাৰী দিব নোৱাৰে। মাছতো যি দিয়ে তাক আঁতচ কাঁচেৰে মনিব পৰা বিধৰহে। বাণো আহত আৰু অবাক দুয়োটাই হৈছিল—ইমান থকা মানুহৰ ইমান ঠেক মনোবৃত্তি কিয়? ভগৱানে যাক দুহাত ভৰি দিছে তেওঁ আনক তেনেকৈ বাৰু দুহাত ভৰি দিব নেলাগে, অলপ-অচৰপতো দিয়া!

বাণো গাঁৱৰ ল'ৰা, গতিকে ভাত কেইটামান সৰহকৈ খোৱাৰ অভ্যাস। কিন্তু মালিকনীয়ে বিচুৰ্তি খাই কোমল মাতেৰে ক'লে, "বাণো, ভাত কিন্তু ইমান খোৱা ভাল নহয়। ভাতে মানুহৰতো একে উপকাৰ নকৰে, গাত কেৱল মেদ বঢ়ায় আৰু মানুহক সোৰোপা কৰি তোলে। গাঁৱৰ মানুহে পথাৰত কাম কৰে বাবে অলপ বেছিকৈ খায়, কিন্তু চহৰত অফিছ কাছাৰীত কাম কৰা মানুহৰ ইমান খোৱাৰ দৰকাৰ নাই।"

বাণোৱে সিদিনাৰ পৰা ক্ৰমে ভাতৰ পৰিমাণ কমাই আনিছিল। প্ৰথমতে, তাৰ পেটৰ ভোক পেটতে থাকি গৈছিল যদিও পাছত অভ্যাস হৈ গ'ল। কিন্তু সেই কথাষাৰ শুনাৰ দিনাৰে পৰা সি তেওঁৰ মাজত মাকৰ যি চেহেৰা ফুটি উঠা দেখিছিল, সেই চেহেৰাই তেওঁক চিৰদিনৰ বাবে এৰা দি গুচি গ'ল।

সিদিনা ৰাতি বাণোৱে আৰু এবাৰ চকুলো টুকিছিল, ঘৰত মাকে সি খাব নোখোজাতো হেঁচাকি হেঁচুকি কেনেকৈ আৰু কেইটামান ভাত খুৱাবৰ যত্ন

কৰে। পাছত বাণোৱে মালিকৰো একধৰণৰ এটা পৰিচয় পালে। এনেয়ে কিন্তু মালিকক বাণোৰ বেয়া লগা নাছিল। তেওঁ তাৰ পিঠিত সস্নেহেৰে থপৰিয়াই কৈছিল ঃ

"বাণেশ্বৰ, খুব মনপুতি কাম কৰিবি, পৰিশ্ৰমলৈ ভয় নকৰিবি। ভৱিষৎ ভাল হ'ব। আৰু পাৰ যদি তলে তলে মেট্ৰিকটোও প্ৰাইভেটকৈ পাছ কৰি ল'বি। আমাৰ বুণজনহঁতৰ কিবা কিতাপ-পত্ৰ আছে যদি সিহঁতৰ পৰা খুজি লবি।"

বাণো সিদিনা অসম্ভৱ উৎসাহিত হৈ উঠিছিল। সি গৈ সিদিনাই মালিকৰ দ্বিতীয়জনী ছোৱালী বুণজুনৰ ওচৰত কিতাপ বিচাৰি উপস্থিত হৈছিল। কিন্তু ছোৱালীজনীয়ে বাপেকৰ উদগনিৰ সামান্য এক অংশও তাক নিদিলে, তাই মাথোঁ ক'লে ঃ "কিতাপ আছে নে নাই বিচাৰি চাব লাগিব।" বাণোৱে সেই কিতাপ আৰু কোনোদিনেই নাপালে, সি আৰু দুদিনমান তাইক কৈ চাইছিল। এদিন তাই কৈ দিলে যে তাই বিচাৰিছিল, কিন্তু নাপালে। বাণোৱে বুজি পাইছিল যে তাই কোনোদিন বিচাৰিয়ে চোৱা নাছিল। তাৰ পাছত বাণোৱে দৰমহা পালে আৰু লাগতিয়াল কিতাপ কিনি ল'লে।

মালিকৰ কোনো কথাতে বাণো অসন্তুষ্ট হোৱা নাছিল, কিন্তু এদিন সি তেওঁৰ এটা অইনধৰণৰ পৰিচয় পালে।

মালিকৰ ছোৱালী তিনিজনী, ল'ৰাও তিনিটা। ডাঙৰজনী ছোৱালীৰ বিয়া ঠিক হৈ আছিল, গতিকে প্ৰেছত চাকৰিত সোমোৱাৰ লগে লগে এখন অতি ধুমধামেৰে পতা বিয়া দেখাৰ আৰু খোৱাৰ সৌভাগ্য হ'ল। বিয়াখনত বাণোকে ধৰি প্ৰেছৰ অন্যান্য মানুহে বৰকৈ খাটিলে। বিয়া সুকলমে হৈ গ'ল। সেই বিয়াৰ কেইদিন মানৰ পাছতে প্ৰেছৰ প্ৰুফ ৰিডাৰ এজনৰো জীয়েক এজনীৰো বিয়া হৈছিল। চহৰৰ পৰা দহ মাইল আঁতৰত হোৱা বিয়াখনলৈ যাবলৈ প্ৰুফৰিডাৰজনে মালিক-মালিকনীক দহোকুৰি শপত দি মাতি গৈছিল। মালিকৰ জীয়েকৰ বিয়াত দেহে-কেহে খাটি দিয়া সেই কৰ্মচাৰীজনে পাছত তেওঁৰ সহকৰ্মীসকলৰ আগত এক প্ৰকাৰ চকুলোৰে টুকিলে, কাৰণ তেওঁৰ জীয়েকৰ বিয়াত মালিকহঁতৰ কোনোতো নগ'ল নগ'লেই, কন্যালৈ আশীৰ্বাদ বুলি এখন ফটা এটকীয়া নোটো দলি মাৰি নিদিলে।

এই ঘটনাটোত বাণো অতি আচৰিত হৈ গৈছিল ; মালিকজনতো বেছ ভাল, কিন্তু এই সামান্য মানৱীয় গুণখিনি তেওঁৰ গাত কিয় নাই ? পাছত ভাবি ভাবি বাণো এই সিদ্ধান্তত উপনীত হ'ল যে সংসাৰত ভাল হ'লেই যে সকলো ফালে ভাল হ'ব বা বেয়া হলেই যে সকলো ফালে বেয়া হ'ব, তাৰ কোনো



মানে নাই। ভাল বেয়া মিহলায়েই মানুহ। কাৰোবাৰ গাত ভালৰ পৰিমাণ বেছি থাকে, বেয়াৰ পৰিমাণ কম থাকে ; কাৰোবাৰ গাত আকৌ ঠিক বিপৰীত হিচাপত সেই দোষ-গুণবোৰ থাকে। সংসাৰৰ এই অতি সহজ সত্যটো সৰু ল'ৰা বাণোৰ বাবে জীৱনৰ অতি ডাঙৰ দাৰ্শনিক ব্যাখ্যা যেন লাগিল।

যিহওক, যথাসময়ত বাণোৱে মেট্ৰিক পাছ কৰিছিল আৰু সেই শিক্ষা, অভিজ্ঞতা, দীৰ্ঘদিনৰ সাধুতা আৰু নিষ্ঠাৰে কাম কৰা—আদি সকলো কাৰণত সি প্ৰেছত ভাল কাম এটাই পাইছিল গৈ।

ইতিমধ্যে বাণোৱে তাৰ বৰ পিতাক আৰু খুৰাকহঁতক কিছু টকা পয়ছা দি সহায় কৰিছিল, কিন্তু মাকে তাৰ বিয়াখন পাতি দিয়াৰ পাছত সি বেলেগ হৈ ল'লে। তাৰপাছতহে বাণোৱে তাৰ ঘৰৰ চালত টিন লগালে আৰু বেৰত চুণ দিলে। বাণোৰ বিয়া হৈছিল মাকে ঠিক কৰি দিয়া ওচৰৰ গাঁৱৰে ছোৱালী লক্ষ্মীৰ লগত। ছোৱালীজনী লক্ষ্মী যি লক্ষ্মীয়েই। বাণো বিবাহিত জীৱনত সুখী হৈছিল। তাৰ দুজনী ছোৱালী আৰু দুটা ল'ৰা উপৰ্জিছিল।

বাণোৰ খুৰাকে তাক ইতিকিং কৰাৰ দৰে সি মাকক ৰাজৰাণী কৰিব নোৱাৰিলেও তেওঁক দাসীত্বৰ পৰা মুক্তি দি এখন ঘৰৰ একছত্ৰী মালিকনীৰ পদত প্ৰতিষ্ঠিত কৰিছিল। অতীতত বাণোৰ মাক সেই সম্মানৰ অধিকাৰী হৈছিল মাত্ৰ এবছৰৰ কাৰণে—গিৰিয়েক জীয়াই থকা এবছৰৰ সময় ছোৱাত। এতিয়া পুতেকে তেওঁক আমৰণ কাললৈ সেই পদত অধিষ্ঠিত কৰিলে।

॥৫॥

ঢলকুছি গাঁৱৰ আটাইতকৈ আঢ্যৱন্ত মানুহ হ'ল নীলকণ্ঠ লহকৰ। অথচ ইমান সা-সম্পত্তি থকা মানুহজন গুৰুত শৰণ লৈ মহন্ত হৈছে ; তেওঁ এতিয়া মাছ-মাংস একোকে নেখায় আৰু স্বপাক আহাৰ গ্ৰহণ কৰে। প্ৰথমতে তেওঁ গেৰুৱা বসন পিন্ধা নাছিল, কেৱল ডিঙিত ৰুদ্ৰাক্ষৰ মালা এডাল পিন্ধিছিল আৰু কপালত চন্দনৰ ফোঁট এটা লৈছিল। কিন্তু এতিয়া তেওঁ গেৰুৱাও পিন্ধে। পাগলাদিয়াৰ পাৰতে গাঁৱৰ যি নামঘৰটো আছে সেইটো একপ্ৰকাৰ নীলকণ্ঠৰে একচেটিয়া নামঘৰ বুলিব পাৰি। দুবেলাই তেওঁ তালৈ গৈ হৰি নাম লৈ আহেগৈ। নামঘৰৰ চাকি-বন্তি ধূপ-ধুনাৰ খৰচখিনিও তেৱেঁই বহন কৰে।

নীলকণ্ঠৰ পৰিবাৰ কেতিয়াবাই ঢুকাইছে, তাৰ আগতে অৱশ্যে স্বামীক চাৰিজনী ছোৱালী, দুটা ল'ৰা সন্তান উপহাৰ দিছে তেওঁ এই পৃথিৱীৰ পৰা বিদায় লৈছে। সেই চাৰিজনী ছোৱালীৰ তিনিজনীৰ বিয়া হৈছে, কিন্তু তাৰে এজনী অকালতে বাঁৰী হৈ ঘৰলৈ উভতি অহাত বাপেকে তাইক স্কুলত নাম লিখাই দিছিল—বাঁৰী ছোৱালী, ককায়েক বোৱেকহঁতৰ ভৱিষ্যতে গলগ্ৰহ হৈ থকাতকৈ ক'ৰবাত মাষ্টৰণী-টাষ্টৰণী হৈয়ে খাব। তাইৰ জীয়েক এজনীও আছে—তাই ডাঙৰ হোৱাত মাকে নিজেই বিয়া-বাৰু দিব। এইবোৰ চাৰ-চিন্তিবলৈ নীলকণ্ঠনো তেতিয়ালৈ জীয়াই থাকিবনে ?

পিছে জীয়েকে তেওঁ ভবাৰ দৰে মাষ্টৰণী হৈ খোৱাৰ ব্যৱস্থা নকৰি স্বামীৰ উপাৰ্জনৰ দ্বাৰা খোৱাৰ চিৰাচৰিত ব্যৱস্থা এটাকে কৰি পেলাইছিল। সুমলা নামৰ সেই ছোৱালীজনী বেছ ধুনীয়া আছিল, পঢ়াৰ বুধিটোও সিমান বেয়া নাছিল, গতিকে মেট্ৰিক পাছ কৰি উঠি তাই কলেজতো নাম লিখালে আৰু সেই কলেজত পঢ়াৰ যোগেদি নহয়, প্ৰেমৰ যোগেদি ভৱিষ্যতৰ সংস্থান কৰি ল'লে। বেছ অৱস্থাপন্ন ঘৰৰ ল'ৰা এজন বলিয়াৰ দৰে সুমলাৰ প্ৰেমত পৰিল আৰু তাইক এদিন মনে মনে বিয়াও কৰি পেলালে।

গাঁৱৰ কথা—

ইমানখিনি বিদ্ৰোহ মাক-বাপেকে কোনোপধ্যেই সহ্য কৰিব নোৱাৰিলে। গতিকে সুমলাৰ এই দুই নম্বৰ গিৰিয়েক বলী পাটোৱাৰীয়ে সুমলাক আৰু



তাইৰ কন্যা মীনাক লৈ ধুৰুৰীত থকা বিৰাট ব্যৱসায়ী তাৰ মোমায়েকৰ ওচৰলৈ গৈ আশ্ৰয় ভিক্ষা কৰিলে। মোমায়েকে আশ্ৰয় দিলে, তেওঁৰ বিৰাট ব্যৱসায়ত তেওঁক সহায় কৰিবলৈ এজন আপোন বিশ্বাসী মানুহ লগা হৈছিল, অথচ তেওঁৰ নিজৰ ল'ৰা একেবাৰে সৰু হৈ আছে। বলী পাটোৱাৰী মোমায়েকৰ কামত সোমাল আৰু নিষ্ঠা আৰু সততাৰে কাম কৰি মোমায়েকৰ কামত নিগাজী হ'ল। তাৰ বহুত দিন পাছত বলীৰ ঘৰৰ মানুহে পুতেক বোৱাৰীয়েকক গ্ৰহণ কৰিছিল। কিন্তু আচৰিত কথা যে নীলকণ্ঠই সেই জীয়েকৰ আৰু মুখ চোৱা নাই ; তেওঁৰ দৰে সাত্বিক মানুহৰ ছোৱালী এজনীয়ে যেতিয়া এনে শাস্ত্ৰ-বিৰুদ্ধ, ঘোৰ অনাচাৰৰ কাম কৰিলে, সেই ছোৱালীক তেওঁ মৰণৰ দিনলৈকে ক্ষমা কৰিব নোৱাৰে।

নীলকণ্ঠৰ নুমলীয়া ছোৱালী বিমলা। ছোৱালীজনী পঢ়াশুনাত বেছ চোকা আছিল, তাই মেট্ৰিক প্ৰথম বিভাগত পাছ কৰিলে। কিন্তু তাইৰ সেই হৰিষ বিষাদত পৰিণত হ'ল, কাৰণ প্ৰায় সেই সময়তে বায়েক সুমলাই বলী পাটোৱাৰীক বিয়া কৰালে। সেই বিয়া অৱশ্যে ঘৰখনৰ ভিতৰত একমাত্ৰ বিমলাৰ বাবেই এক ডাঙৰ আনন্দৰ ঘটনা আছিল, কিন্তু তাৰ পৰিণতিয়ে তাইৰ বুকুত কুঠাৰ বহুৱালে, তাইৰ সকলো আশা-ভৰসা চুৰমাৰ হৈ গ'ল। বিমলাই আশা কৰিছিল যে তাই মেট্ৰিক ভালকৈ পাছ কৰিলে তাইৰ চহকী দেউতাকে তাইক নলবাৰীত নহয়, একেবাৰে গুৱাহাটীৰ কটন বা সন্দিকৈ কলেজতে পঢ়ুৱাব। গাঁৱৰ ছোৱালী এজনীৰ বাবে সেইটো এটা কম মধুৰ সপোন নহয়। কিন্তু বায়েকৰ এই বিয়াখনৰ বাবে দেউতাকে ঘোষণা কৰি দিলে যে কলেজত পঢ়ি তেওঁৰ বিধবা জীয়েকেই ( যাৰ আকৌ এটি কন্যাও আছিল ) যেতিয়া এনেকুৱা এটা কেলেংকাৰী কৰিব পাৰিলে, তেনেস্থলত সেই কলেজতে পঢ়ি তেওঁৰ গাভৰু কুমাৰী জীয়েকে যে আৰু কি সাংঘাতিক কেলেংকাৰী নকৰিব এক ভগবানেহে জানে। গতিকে বিমলাই যেন আৰু পঢ়াৰ নামকে নলয়। এতিয়া তেওঁ বিমলাৰ বিয়াৰ যো-জা কৰিব।

বিমলাই স্বপ্নভংগৰ গভীৰ দুখত হিয়াধুদি কান্দিলে, কিন্তু দেউতাকৰ হিয়া নুকুমলিল। তাইৰ দুই ককায়েক ললিত আৰু ভাৰতে দেউতাকক দুৰ্বলভাৱে কৈ চাইছিল যে বিমলাই একো কেলেংকাৰী নকৰিবও পাৰে, তাই বায়েকৰ দৰে নহ'বও পাৰে, হাতৰ পাঁচটো আঙুলি তো সমান নহয়। উত্তৰত নীলকণ্ঠই গৰ্জি উঠিছিল ঃ "চুপ্ থাক অধঃপাতে যাৱাৰ দল ! আগোৰ গৰু যিফালে যায়, পিছোৰ গৰুও সিফালে যায়। এইক কলেজোত দিলি এনাই কাণ্ডো কৰিবো যি মোৰতো মোৰেই, মোৰ চৌদ্দ পুৰুষোৰো নাক

কাণ কাটা যাবো। কলেজত পঢ়বা দিয়াতকৈ বৰং মই এইক কাটি টুকুৰা টুকুৰ কৰি পাগলাদিয়াতে ভাহে দিম !”

ইয়াৰ পাছত বিমলাই যি এধানিমান আশাৰ পোহৰ দেখিছিল, সিয়ো নুমাই গ'ল।

অৱশ্যে নীলকন্ঠৰ এই সিদ্ধান্তক তেওঁৰ ঘৰখনে সমৰ্থন নকৰিলেও গাঁৱৰ প্ৰায় সকলো বয়সীয়াল মানুহেই তেওঁক শলাগিছিল। তেওঁলোকে কোৱাকুই কৰিছিল ঃ “নীলকন্ঠোই ঠিক কামেকেই কৰ্‌ছি। আপীছলিক যেইতাৰ পাই পঢ়াবা ধৰা গেল, তেইতাৰ পাই আমাৰ গাওঁগিলা উচ্ছন্নে গেল। বেটীহাত পঢ়বা যাই মহা গাইৰেণী হল, ঘৰোৰ কুটা এখন নকৰা হ'ল, তাঁত বোৱা প্ৰায় এৰ্‌লাক্‌, ঢেঁকী দিবাও আৰ এৰ্‌বো, সেই 'হলাৰ কল' আমাৰ ইপিনে আহোকচোন, গাছোত উঠৈতিহাতে ঢেঁকীত গৰকটোকে নামেৰ্‌বো। বেটীহাতে তাতে বাবুৱেনীও কম শিখা নাই। সাউতাহাতেও উজান দি খালাক্‌ নহয়—গাঁৱে-ভুঞে সাংসোহাইনো কলেজগিলা পাতবাৰ কি দৰ্কাৰ পৰছিল ? ছলি গিলাকোবো মুৰ খালাক, সেহাঁতো নবাৱোৰ বেন্টা হল, ঠেঙা পিন্ধি কলেজোত পাঢ় খিতলেঙা মাৰি থাকাওঁতেই সেহাঁতোৰ গেছি। বলীনোৰ দৰে ভালকে পঢ়াগিলাকে বাবু পাঢ়িশুনি কিবা এটা কৰ্‌বো—কিন্তু যিকেইটাই ভালকে পঢ়বাও নৰ্‌বো, ইফালে কলেজোৰ বাবু হৈ হালোৱা চহাও হবা নৰ্‌বো—সেহাঁতোৰহি ভবিষ্যতে কি গতি হবো—এক ঈশ্বৰোই জানে। এই ইস্কুল-কলেজ গিলাখানে আমাৰ ছলিগিলাকোৰ মুৰ খালাক্‌…।” ইত্যাদি ইত্যাদি।

নীলকন্ঠৰ ডাঙৰ ল'ৰা ললিতে নলবাৰীৰ ডাকঘৰত কেৰানীৰ কাম কৰে, সৰু পুতেক ভাৰতে খেতিবাতি চায় ; সিহঁতৰ মাটিবাৰী বহুত, ভাৰতে নিজেও খেতি কৰে, হালোৱাও লগায়। তাৰোপৰি ঘৰৰ বাৰীখনো মস্ত ডাঙৰ, তামোল-পাণ-নাৰিকল-আম-কঁঠাল-লেচুৰ গছেৰে সেই বাৰী ভৰপুৰ, পুখুৰীও আছে এটা, সেই পুখুৰীক ৰৌমাছৰ পোনাত মেলা হৈছে। বতৰৰ সকলো ধৰণৰ শাক পাচলিও নীলকন্ঠৰ ঘৰত হয়। এবাৰ চহৰৰ পৰা দেউতাক পৰেশ কলিতাৰ লগত গাওঁ ফুৰিবলৈ অহা অঞ্জলি নীলকন্ঠহঁতৰ ঘৰলৈ আহি প্ৰায় পাগল হৈ গৈছিল আৰু সোতৰ বছৰীয়া ছোৱালীজনীৰ চাল-চলনবোৰ সাত বছৰীয়া চঞ্চল ছোৱালীৰ দৰে হৈছিল। সাঁতুৰিব নেজানা ছোৱালীজনীয়ে বিমলাৰ লগত পুখুৰীৰ পাৰৰ ওচৰৰ তৰাং পানীতে ঢপলিয়াইছিল, কলহ উবুৰিয়াই সেইটো ওপঙাই তাকে আশ্ৰয় কৰি সাঁতুৰি মাজপুখুৰীলৈ যোৱা বিমলাৰ পিছে পিছে অলপ দ পানীলৈকো গৈছিল আৰু



বিমলাৰ বৌৱেকহঁতৰ আহ্বানক নেওচা দি এক ঘণ্টামানৰ পিছতহে পানীৰ পৰা উঠিছিল। আকৌ বিমলাৰ লগত তাই গোটেই বাৰীখন ঘূৰি ঘূৰি বন কমলা নামৰ ষ্ট্ৰবেৰি জাতীয় গুটিবোৰ মহানন্দে বুটলি ফুৰিছিল, চাপৰ আৰু জোপোহা লেচু গছত উঠিছিল আৰু সেই সময়ত লেচু নোহোৱাৰ কাৰণে খুব দুখ কৰিছিল। নিজে গছত উঠি লেচু পাৰি খোৱাটো অলপ ফুৰ্তিৰ কথা হ'লহেঁতেননে ! পাছত অঞ্জলিয়ে এই বুলিয়ে সান্ত্বনা লভিছিল যে দেউতাকে যেতিয়া গঙ্গাপুখুৰীৰ পাৰত ঘৰ সাজিব তেতিয়াতো সিহঁতৰো এনে এখন বাৰী হ'ব, আকৌ তাৰ আগতে নীলকণ্ঠহঁতৰ বাৰী-খনতো ওচৰতে থাকিবই। তাইৰ খুৰাক উপিন কলিতাৰ বাৰীখনো বৰ সৰু নহয়, কিন্তু সেইখনৰ প্ৰতি দুটা কাৰণতে অঞ্জলিৰ আগ্ৰহ নাই—প্ৰথম কথা তাইৰ খুৰাকজন বৰ কৃপণ, বাৰীত সোমোৱা কথাটো বোধহয় তেওঁ বৰদাস্ত কৰিব নোৱাৰিব। মাজে মাজে সেই খুৰাক মানুহজন গুৱাহাটীলৈ যায় আৰু নিজৰ দুখৰ নানা ধৰণৰ বিননি গাই তাইৰ দেউতাকক শোষণ কৰে। কিন্তু তাইৰ মাকে এই কথাতে জুলিপকি মৰে যে মানুহজন ককায়েকৰ ওচৰলৈ হাত পাতিবলৈ আহিছে, কিন্তু ককায়েকৰ ল'ৰা-ছোৱালী কেইটালৈ যে বাৰীৰ বতৰৰ ফলমূল দুটা আনিব লাগে—সেইটো জ্ঞানটো তেওঁৰ অলপো নাই কিয় ? আচলতে যি বস্তু বেচি দুটা পইচা পোৱা যায় সেই বস্তুনো তেওঁৰ আঙুলিৰে পানী নসৰকা দেওৰেকজনে কিয় আনিব ?

দ্বিতীয় কাৰণটো হ'ল দূৰত্ব, গঙ্গাপুখুৰীৰ পাৰৰ পৰা চলকুছিলৈ যাব লাগিব এছোৱা যথেষ্ট দীঘল বাট, তাৰোপৰি পাগলাদিয়াও পাৰ হ'ব লাগে। গতিকে নীলকন্ঠৰ বাৰীখনেই অঞ্জলিৰ বাবে বেছি আকৰ্ষণীয়, যদিও নীলকন্ঠ অঞ্জলিহঁতৰ সম্পৰ্কীয় নহয়। অঞ্জলিহঁতৰ গোটেই ঘৰখনৰে নীলকন্ঠৰ বাৰীখনৰ লগত এটা সম্পৰ্ক আছে। মাজে মাজে নীলকন্ঠ গুৱাহাটীলৈ পৰেশ কলিতাৰ ঘৰলৈ যাব লগা হয়, কাৰণ তেৱেঁ কলিতাৰ মাটিবাৰীৰ তদাৰক কৰে, আধি দিয়ে, সেই আধৰ ধান বেচি খাজনা দিয়ে আৰু সেই খা খৰৰ, টকা পইচা লৈ তেওঁ গুৱাহাটীলৈ যায়। অৱশ্যে পৰেশ কলিতা ছুটী লৈ ঘৰলৈ আহি তেওঁক চিঠি দিলেহে তেওঁ তেনেকৈ যায়। কলিতা নিজে নাহি নীলকন্ঠক মাতি পঠোৱাৰ কাৰণ হ'ল—সি দুই চাৰিদিনৰ ছুটী লৈ তেওঁ ঘৰলৈ আহে, তাৰে এটা দুটা দিন খৰচ কৰি গাঁৱলৈ অহাটো তেওঁৰ বাবে এটা অৰ্থহীন কথা। তাৰোপৰি আৰু এটা ডাঙৰ কথাৰ বাবেও তেওঁ গাঁৱলৈ সহজে আহিব নোখোজে। তেওঁৰ মাটিৰ ভাৰ ভায়েকক নিদি এই নীলকন্ঠক দিয়াৰ বাবে উপিন কলিতাই মনে মনে গাৰ্জিয়েই থাকে। কিন্তু

পৰেশ কলিতাই ভালকৈয়ে জানে যে ভায়েকক মাটি চমজালে তেওঁতো ধান বেচা পইচা পোৱা দূৰৰে কথা, ভায়েকে সেই টকাৰে মাটিৰ খাজনাকে দিয়েনে নিদিয়ে সেইটোও মোৰ সন্দেহৰ কথা। হয়তো ধান, টকা একো নোপোৱা মাটিৰ বাবে তেওঁ নিজৰ দৰমহাৰ টকাৰে খাজনা ভৰি থাকিব লাগিব। ইতিমধ্যেই ভায়েকে তেওঁক যথেষ্ট ঠগাই আছে। বহুত বছৰৰ আগতে দ্বিতীয় মহাসমৰৰ সময়ত বহুতে চহৰ এৰি গাঁৱলৈ পলাই যোৱাৰ দৰে পৰেশ কলিতাও নিজৰ গাঁৱলৈ পৰিয়ালটোক লৈ আশ্রয় লবলৈ আহিছিল। তাৰ আগতে তেওঁ তেওঁৰ ভাগৰ পৈত্রিক বস্তি মাটি ডোখৰত এটা খেৰ আৰু ইকৰাৰ ঘৰ বনাইছিল। সেই সময়ত অঞ্জলিতো বাদেই, পৰেশ কলিতাৰ ডাঙৰ ল'ৰাটোৰ বাহিৰে আৰু কাৰো জন্মই হোৱা নাছিল। যিহওক, ঘৈণীয়েক আৰু শিশু পুত্রক ভায়েকৰ তত্ত্বাৱধানত থৈ পৰেশ কলিতা আকৌ নিজৰ কৰ্মস্থলীলৈ উভতি গৈছিল। এসময়ত সেই দ্বিতীয় মহাসমৰ শেষ হৈছিল আৰু কলিতাই পুনৰায় তেওঁৰ স্ত্রী-পুত্রক নিজৰ লগলৈ চহৰলৈ লৈ গৈছিল। কালত সেই খেৰ-বাঁহৰ ঘৰ জহি খহি গৈছিল। অৱশ্যে সেইটো আচল কথা নহয়, সেইটো পৰেশ কলিতাই বন্ধু বান্ধৱক কোৱা কথাহে। অব্যৱহৃত ঘৰটো প্রথমতে অলপ জহি-খহি যাব ধৰিছিল, তাৰপাছতে উপিন কলিতাই তাত হাত লগাবলৈ আৰম্ভ কৰি দিছিল। ঘৰটোৰ বেৰকেইখনেৰে তেওঁ নিজৰ গোহালি ঘৰটো মজবুত কৰি পেলালে, চালৰ খেৰ আনি নিজৰ চালত ডাঠকৈ ছানি দিলে। এদিন ৰমেশ কলিতাৰ ঘৰ সম্পূৰ্ণ এৰাবাৰীত পৰিণত হ'ল। তাৰপাছত ভায়েকে চহৰৰ ককায়েকৰ ঘৰলৈ আহি ক'লে যে মাটিখিনি এনেয়ে পৰি থকাতকৈ তেওঁ তাত কদম গছ লগাব খোজে। কদম গছ বৰ দামী গছ হয়, পাছত সেই গছ বেচি যি টকা পোৱা যাব তাক দুই ভাই-ককায়েকে ভাগ কৰি ল'ব।

ৰমেশ কলিতাই অতি সহজেই মত দিলে। মাটিখিনি পৰি থকাতকৈ এনেকৈ সদ্ব্যৱহাৰ হলেতো ভালৰে কথা।

উপিন কলিতাই তেতিয়া বহুত কদম পুলি ৰুই পেলালে। লাহে লাহে কদম পুলিবোৰ একো একোডাল বৃক্ষত পৰিণত হ'ল। তাৰ কিছু কাটি তেওঁ বেচিলেও, কিন্তু ককায়েকে কোনোদিন তাৰ ভাগ নেপালে। ৰমেশ কলিতাই এবাৰ দুবাৰ কৈ চাইছিল—ভায়েকে তেতিয়া গাঁৱৰ মানুহবোৰকে গালি পাৰিবলৈ ধৰিলে যে কদম গছ বেচিব পৰাকৈ ডাঙৰেই হোৱা নাই, সেই চকুচৰহাবোৰে মিছা কথাসোপা লগাবলৈ চহৰলৈ ঢাপলি মেলিছে। নিশ্চয় সিহঁতৰ আশা যে ৰমেশ কলিতাই ভায়েকৰ পৰা কদম বাৰীৰ ভাৰ



কাঢ়ি আনি সিহঁতক দিব আৰু তাৰ পাছত সিহঁতে তেওঁৰ ককায়েকক ঠগিব।

পৰেশ কলিতাই আৰু কোনোদিন কদম গছৰ নাম নল'লে। কিন্তু গঙ্গাপুখুৰীৰ পাৰত ঘৰ বান্ধি থাকিব বুলি আশা কৰি থকাৰ বাবে পাগলাদিয়াৰ সিপাৰে যি কেই বিঘা খেতিৰ মাটি কিনিছিল তাৰ সমস্ত দায়িত্ব অৰ্পণ কৰিলে তেওঁৰ ল'ৰালিৰ বন্ধু নীলকণ্ঠৰ হাতত।

নীলকণ্ঠ যেতিয়া গুৱাহাটীলৈ যায়, বাৰীৰ বস্তু এবোজা বন্ধুৰ ঘৰলৈ লৈ যায়। ঘৈণীয়েক জীয়াই থাকোঁতে ঘৈণীয়েকে কৰি দিয়া পিঠা আৰু ঘৈণীয়েকে খুন্দি দিয়া চিৰা আৰু এতিয়া বোৱাৰীয়েকহঁতে কৰি দিয়া সেইবোৰ বস্তুৰ টোপোলাও তেওঁ লৈ যায়। পৰেশ কলিতাৰ ঘৈণীয়েকে তেওঁক খুব আদৰ-সাদৰ কৰে। প্রথমতে তেওঁ ৰান্ধি দিয়া ভাত-আঞ্জা নীলকণ্ঠই খাইছিল, কিন্তু শৰণ লোৱাৰ পাছৰে পৰা নোখোৱা হ'ল, তেতিয়া কলিতানীয়ে তেওঁক বেলেগে ৰান্ধি-বাঢ়ি খোৱাৰ ব্যৱস্থা কৰি দিলে। কিন্তু চাহ হ'লে খাইছিল, আৰু এবাৰ চাহৰ লগত তেওঁ খোৱা বিস্কুটৰ কথা কৈ অঞ্জলিৰ ককায়েকে অঞ্জলিহঁতৰ আগত খুব হাঁহিছিল, কাৰণ সেই বিস্কুট সি শেখ বদ্রুদ্দিনৰ পৰা কিনিছিল। "দেকানৰ মেনুচ্ছে কৰি দিয়া বস্তু খালে এই ভকতসকলৰ জাত নেযায়, কিন্তু আমাৰ মায়ে ৰান্ধি দিয়া ভাত কেইটা খালে হলে বৌ বৌ নৰকত পচি মৰিব।" অঞ্জলিয়েও হাঁহিছিল, কিন্তু ককায়েকৰ লগতে তায়ো কিবা এটা অপৰাধবোধত ভুগিছিল।

দিন যায় মানে নীলকণ্ঠ আৰু সাত্ত্বিক হৈছিল, তেওঁ এতিয়া কলিতাহঁতৰ ঘৰত চাহো নোখোৱা হ'ল। সেই কথাত কলিতানীৰ মনত বেজাৰ, গতিকে তেওঁ নীলকণ্ঠৰ হাতত বিস্কুট, বাদাম, চেনি, পাপৰ আদি বস্তুৰে ডাঙৰ টোপোলা বান্ধি দি নীলকণ্ঠক খুৱাব নোৱাৰাৰ দুখৰ সান্ত্বনা লয়।

নীলকণ্ঠৰ দুয়োজন পুতেকৰে বিয়া হৈছে। ডাঙৰজনী বোৱাৰীয়েকে মাষ্টৰণী কৰে আৰু ঘৰখন ধৰে সৰুজনী বোৱাৰীয়েকে। মাষ্টৰণী হাইস্কুলৰ অষ্টম শ্রেণীলৈকে পঢ়িছিল। ঢলকুছি আৰু বাথানঘাটৰ মানুহে কোৱাকুই কৰে যে নীলকণ্ঠৰ ঘৰত লক্ষীয়ে এনেকৈয়ে ভৰ কৰিছে যে বোৱাৰীয়েকেও ধন ঘটে। কিমান গাঁৱৰ কিমান মানুহৰ ঘৰতনো এনে ধন ঘটা বোৱাৰী থকা দেখা যায়? সঁচায়ে—নীলকণ্ঠৰ ঘৰত লক্ষী-সৰস্বতী দুয়ো লম্ভিছে।

নীলকণ্ঠ পোনতে ঢলকুছিৰে বাসিন্দা আছিল, কিন্তু পাগলাদিয়াই গাঁওখন খহাবলৈ আৰম্ভ কৰাৰ আগতেই সিপাৰৰ বাথানঘাটত সস্তাতে সুবিধাৰ বস্তি মাটি এডোখৰ পাই ইপাৰৰ পৰা উঠা দি তেওঁ গুচি গৈছিল।

নীলকণ্ঠৰ পৰিয়াল বাঢ়ি আহিছিল, অথচ ভায়েক-ককায়েকহঁতৰ লগত পৈত্রিক ভেটিতে আগৰ ঘৰ-দুৱাৰৰ ঠেক অংশ এটাত থাকিব লগাত তেওঁৰ বৰ অসুবিধা হৈছিল। তথাপিও তেওঁ তেনেকৈয়ে থাকিব লাগিলহেঁতেন, যদিহে নতুন বাসস্থানৰ সংস্থান কৰিবলৈ তেওঁৰ টকা-পইচা নেথাকিলহেঁতেন। কিন্তু চেঙেলীয়া কালতে নীলকণ্ঠ গৈ ধুবুৰীৰ এখন মিঠাইৰ দোকানত কাম কৰিছিল।

চালাক-চতুৰ ল'ৰা, লাহে লাহে তেওঁ নিজেও এখন মিঠাইৰ দোকান খুলিছিল। তাৰ পাছত বহুত দিন দোকানখন খুব ভালদৰেই চলিছিল, নীলকণ্ঠই টকা-পইচা যথেষ্ট জমাইছিল। আৰু ঢলকুছিত বহুতো খেতিৰ মাটি কিনিছিল। দুই এজন খেতিয়কে দুৰৱস্থাত পৰি বেচি দিয়া সেই মাটি তেওঁ বেছ সস্তাতে কিনিছিল। কিন্তু তাৰপাছত তেওঁৰ এটা সৰ্বনাশা বিপৰ্যয় ঘটিল, তেওঁ খুব বিশ্বাস কৰা কেশিয়াৰজনে এবাৰ কেশ বাকচ ভাঙি টকা-পইচা লৈ উধাও হ'ল। নীলকণ্ঠই কেশিয়াৰ-জনক ধৰাব আৰু চেষ্টা নকৰিলে, ইমান দিনৰ অতি বিশ্বাসী মানুহজনে কিবা অভাৱত পৰি কেইশমান টকা নিছে, নিয়ক। কিন্তু আচলতে তেওঁ তাতকৈও এটা ডাঙৰ হিচাপ কৰিছিল, চোৰক ধৰিবলৈ যাওঁতে তেওঁৰ বহুত সময় খৰচ হ'ব, হয়ৰাণি হ'ব লাগিব,—আৰু পুলিছে নো সহজতে চোৰক ধৰি দিবনে? নীলকণ্ঠই পৃথিৱীৰ কাকো পুৰাপুৰি বিশ্বাস নকৰে, অতি বিশ্বাসী কেশিয়াৰজনেই যেতিয়া ঠগালে, তাৰ পাছত বা আৰু কোনে ক'ত ঠগায়।

এইবোৰে বিবেচনাৰ বাহিৰেও তেওঁৰ এটা ডাঙৰ সান্ত্বনাও আছিল ; ৰামবাবু নামতহে কেশিয়াৰ, আচলতে মানুহজনে গ্রাহকক মিঠাই বেচাৰে পৰা আদি কৰি হিচাপ-পত্র ৰখালৈকে সকলো কামেই কৰিছিল। নীলকণ্ঠৰ মিঠাইৰ দোকান অলপ ডাঙৰ হোৱা নাছিল। ৰামবাবুৰ কাৰণেই তেওঁ তাক অকলে চলাব পাৰিছিল। অথচ কাম অনুযায়ী মানুহজনে তেওঁৰ পৰা যে উপযুক্ত দৰমহা পোৱা নাছিল, সেই কথা নিজৰ আগত নীলকণ্ঠই কোনোপধ্যেই অস্বীকাৰ কৰিব নোৱাৰে।

গতিকে ৰামবাবুৱে তেওঁৰ পৰা ন্যায্য টকাকে লৈ গৈছে বুলি নীলকণ্ঠই সান্ত্বনা লভিছিল।

কিন্তু তাৰ পাছত আৰু তেওঁৰ ধুবুৰীত মিঠাইৰ দোকান চলাই থাকিবৰ ইচ্ছা নগ'ল। নিজৰ গাঁৱত খেতিৰ মাটি যথেষ্ট কিনা হ'ল, ঘৰত ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটাক এৰি থৈ অত দূৰত কাম কৰি থাকিও আৰু ভাল



লগা নাই। গতিকে বহুত আগপাছ গুণাগঁথা কৰি নীলকণ্ঠই এজন বঙালী বেপাৰীক মিঠাইৰ দোকানখন বেচি দি গাঁৱৰ ল'ৰা গাঁৱলৈ উভতি আহিল।

আৰু লাহে লাহে সিপাৰত বস্তী মাটি কিনি নতুনকৈ ঘৰ-দুৱাৰ সাজিলে, বাৰীত নানা গছ গছনি লগালে আৰু পুখুৰী খান্দি মাছ জীয়ালে। পুখুৰী আচলতে আগতেই আধাখনা আছিল।

ঘৰৰ ভেটি তুলিবলৈ যথেষ্ট মাটি লাগে, গতিকে পিছফালৰ এডোখৰ বিশেষ ঠাইৰ পৰা মাটি কাটি আনি খানি ভেটি তোলোঁতে সেই ঠাইডোখৰ পানী নথকা অগভীৰ পুখুৰী এটাৰ দৰেই হৈ পৰিছিল।

গতিকে—

পাছত সহজতে তাক ডাঙৰ পুখুৰীত পৰিণত কৰা গ'ল।

গাঁৱৰ ল'ৰা যেতিয়া জীৱিকা আৰ্জনৰ বাবে চহৰলৈ যায় আৰু তেনেদৰে জীৱিকা আৰ্জেও—তেতিয়া সাধাৰণতে সেই ল'ৰাক আৰু গাঁৱলৈ উলটি অহা দেখা নেযায়।

অৱশ্যে তাৰ ব্যতিক্রমো নিশ্চয় থাকে আৰু নীলকণ্ঠ লহকৰো আছিল তেনে ব্যতিক্রমৰ ভিতৰৰে এজন মানুহ।

যিহওক—পো-বোৱাৰী, নাতি-নাতিনীৰে প্রকাণ্ড ঘৰ, মাটি-বাৰী, সা-সম্পত্তি, নীলকণ্ঠ আছিল ঢলকুছি-বাথানঘাটৰ সকলোতকৈ আঢ্যৱন্ত আৰু শক্তিশালী গৃহস্থ।

ঢলকুছিৰ অন্য এক ৰত্ন চহৰীয়া পৰেশ দাৰোগাৰ লগত গাঁওখনৰ ভিতৰত একমাত্র তেওঁৰেই আছিল আটাইতকৈ ঘনিষ্ঠ সম্পৰ্ক।

॥৬॥

পিছে নীলকণ্ঠ আৰু সমস্ত ঘৰথনে গোবৰ কৰা সেই টিনপাতৰ প্ৰকাণ্ড ঘৰটোৰ বিষয়ে পৰেশ দাৰোগাৰ জীয়েক চহৰৰ ছোৱালী অঞ্জলিয়ে এদিন এনে এটা মন্তব্য কৰিলে যে তাই যাৰ আগত মন্তব্যযাৰ কৰিছিল সেই বিমলাই সেই মন্তব্য শুনি বেছ আহত হৈ গৈছিল।

তেতিয়া বিমলাৰ বিয়াৰ যো-জা চলি আছিল, অঞ্জলি দেউতাকৰ লগত গাঁৱলৈ আহিছিল। অঞ্জলি কলেজত পঢ়ি আছিল, কিন্তু দেউতাক মাটি-বাৰীৰ কামত ছুটি লৈ বহুত দিনৰ মূৰত গাঁৱলৈ অহাত তায়ো কলেজ ক্ষতি কৰি দেউতাকৰ লগত গাঁৱলৈ আহিছিল। গাঁৱলৈ অহাৰ সুযোগ তাই সতকাই নেৰে।

অঞ্জলি গাঁৱত থকা কেইদিন বিমলাই তাইৰ লগেই এৰা দিব খোজা নাছিল। তাইৰ মনৰ ভিতৰত উমি উমি জ্বলি থকা দুখটোৱে তাইক অঞ্জলিৰ ওচৰলৈ অদ্ভুতভাৱে আকৰ্ষণ কৰি নিছিল। অঞ্জলিও প্ৰায় তাইৰে সমনীয়া ছোৱালী, বিমলাৰ দৰে তায়ো প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিছে—অথচ দুৰ্ভাগ্যক্ৰমে অঞ্জলিৰ লগত তাইৰ তুলনা তাতেই শেষ হৈ যাবলগীয়া হৈছে। কাৰণ অঞ্জলিয়ে পঢ়িছে গুৱাহাটী চহৰৰ কটন কলেজত, আৰু তাই ঘৰতে বহি বান্দী কামবোৰ কৰি বাট চাই আছে কোন ল'ৰাই তাইক পছন্দ কৰি, এদিন বিয়া কৰাই লৈ যাব সেই আশাত। বিমলাৰ মাজে মাজে এনে ধিক্কাৰ আহে—তাই যেন আৰু এনে হীন জীৱন লৈ জীয়াই নেথাকিব, তাই যেন সিহঁতৰ ঘৰৰ অনতিদূৰে ফেনে-ফোটোকাৰে বৈ যোৱা পাগলাদিয়াত পৰি সেই ধিক্ জীৱনৰ পৰিসমাপ্তি ঘটাব।

যিহওক—অঞ্জলি অহাত অঞ্জলিৰ লগত ঘূৰি, অঞ্জলিৰ লগত নানা তৰহৰ কথা পতাৰ লগতে কলেজ জীৱনৰো বিভিন্ন ধৰণৰ কথা পাতি বিমলাৰ এনে লাগিছিল—তাই যেন কলেজ নামৰ চিৰ-অধৰা অতি আকাংক্ষিত বস্তুটো সামান্যভাৱে হ'লেও স্পৰ্শ কৰি পাইছে।

অঞ্জলিৰো বিমলাৰ লগত কথা পাতি খুব ভাল লাগিছিল। বেছ বুদ্ধিমতী ছোৱালীজনী, কথাবোৰ বেছ দকৈ ভাবি চাব জানে। বিমলালৈ অঞ্জলিৰ খুব দুখো উপজিছিল, কলেজত পঢ়িবলৈ ইমান আগ্ৰহ থকা ছোৱালীজনীয়ে কেনেকৈ দেউতাকৰ অদ্ভুত জেদ এটাৰ বাবে তাৰ পৰা বঞ্চিত হৈ ৰ'ল!



সিদিনাও অঞ্জলি আৰু বিমলাই কথা-পাতি পাতি ফুৰি আছিল। তেতিয়া সূৰ্য প্ৰায় অস্ত গৈছিল আৰু সিহঁত দুজনীয়ে মথাউৰিটোৰ ওপৰেদি গৈ গৈ পাগলাদিয়াৰ পাৰ পাইছিলগৈ।

বাথানঘাটৰ পাগলাদিয়াৰ পাৰেদি যোৱা মথাউৰিটো বন্ধা হৈছিল নীলকণ্ঠই ঘৰ বন্ধাৰ কেইবছৰমান পাছত। নীলকণ্ঠৰ ঠিক ঘৰৰ দাঁতিয়েদি যোৱা মথাউৰিটো এসময়ত বাথানঘাটৰ ঘাই আলি এটাত পৰিণত হৈছিল। সিদিনা আবেলি অঞ্জলিয়ে মথাউৰিত উঠি তাইৰ পিছে পিছে অহা বিমলালৈ ঘূৰি চাইছিল—তেতিয়া বিমলাও মথাউৰিটোত প্ৰায় উঠিছিলেই, আৰু তেতিয়াই হঠাৎ নীলকণ্ঠৰ ঘৰটোলৈ চকু যোৱাত অঞ্জলিৰ এনে লাগিছিল—তাই যেন এখন পাহাৰত উঠি তলৰ উপত্যকাৰ ঘৰ এটালৈ চাই আছে।

"এই বিমলা—তোমালোকৰ ঘৰটো ইমান চাপৰকৈ কিয় বান্ধিছিলহে?" অঞ্জলিয়ে নুসুধি নোৱাৰিলে।

বিমলা আহত হ'ল, তাইৰ ঘৰৰ গৌৰৱৰ সম্মানত লাগিল। তাই গহীন ভাৱে ক'লে, "এই মথাউৰিডালেই আমাৰ ঘৰটো খালে। নহ'লে সমস্ত বাথানঘাট-ঢলকুছিৰ ভিতৰতে আমাৰ ঘৰটো ওখ আছিল। আমাৰ ভেটিটো পিতাই ইমান ওখকৈ সাজিছিল যে ভেটিত দিবলৈ মাটি কাটি আনোতে আনোতে পিছফালৰ পুখুৰীটো প্ৰায় খন্দাই হৈ গৈছিল।"

বিমলাই অঞ্জলিৰ লগত সদায় কিতাপত পঢ়া শুদ্ধ অসমীয়া ভাষাৰেই কথা ক'বলৈ চেষ্টা কৰে—যিটো ভাষাক সিহঁতে 'উজেনা ভাষা' বুলি উল্লেখ কৰে।

বিমলাৰ কথা শুনি অঞ্জলিয়ে প্ৰথমতে খিল্‌খিলাই হাঁহি দিছিল, তাৰ পাছত তাই আঙুলিৰে পাগলাদিয়া নৈৰ পাৰৰ বালিত (কাৰণ তেতিয়া কথা পাতি পাতি সিহঁত দুজনী গৈ অতি ওচৰতে থকা পাগলাদিয়াৰ পাৰ পাইছিল গৈ) আঁচ এডাল আঁকি কৈছিল, "বিমলা, এই আঁচডাল সৰু কৰি দিয়াচোন। কিন্তু তুমি আঁচডাল মচিব নোৱাৰিবা—আঁচডালত হাতেই লগাব নোৱাৰিবা। এইটো এটা বুদ্ধিৰ পৰীক্ষা—চাওঁচোন তুমি সফল হ'ব পাৰানে নোৱাৰা।"

বিমলাই কিছুপৰ গভীৰ মনোযোগেৰে আঁচডাললৈ চাই ৰ'ল, তাৰ পাছত তাইৰ মুখত হাঁহি বিৰিঙিল আৰু অঞ্জলিয়ে টনা আঁচডালৰ ওচৰতে তাতকৈও দীঘল আঁচ এডাল টানি দি ক'লে, "চোৱা অঞ্জলি, তুমি টনা আঁচডাল মই নোছোৱাকৈয়ে সৰু কৰি দিলোঁ!"

এইবাৰ দুয়োজনীয়েই খিলখিলাই হাঁহি উঠিল। তাৰ পাছত অঞ্জলিয়ে ক'লে, "দেখিলা বিমলা, মথাউৰিটোৰ বাবেই তোমালোকৰ ঘৰটোৰো অৱস্থা

কেনেকৈ মই টনা আঁচডালৰ দৰেই হৈ গ'ল ! আচলতে কি জানা — সংসাৰত এবছলিউট—তাৰ মানে বোধহয় পূৰাপূৰি—বোলা বস্তু একোৱেই নাই । তোমালোকৰ ঘৰত কাম কৰি থকা তিৰোতা এজনী দেখি আজি মই সেই কথাটো আকৌ ভাবিলোঁ । তোমালোকে কোৱা—মই বৰ ধুনীয়া । কিন্তু তোমালোকৰ ঘৰত কাম কৰা তিৰোতাজনীক দেখি—কি নামহে তাইৰ ? পটেশ্বৰী ? বাঃ, বেছ নামটো — ঘিহওক, তাইক দেখি স্কুলতে অসমীয়া ৰচনা এখনত পঢ়া বাক্য এটা মোৰ মনত পৰিল — 'গৌৰৱ তুলনাৰ পৰা ওপজে' । স্কুলত কথাটো ভালকৈ বুজিছিলোঁ নে নাই নাজানো, কিন্তু আজি হ'লে প্ৰেক্টিকেল উদাহৰণ দেখি ফট্‌ফটীয়াকৈ বুজি পালোঁ । গৌৰৱ সঁচাকৈয়ে তুলনাৰ পৰাই ওপজে । তোমালোকে মোক ধুনীয়া বুলি কোৱা কাৰণে অতদিনে মোৰ মনত গৌৰৱেই উপজি আছিল, কিন্তু আজি সেই পটেশ্বৰীৰ ৰূপ দেখি মোৰ গৌৰৱ ধূলিসাৎ হৈ গ'ল—তোমালোকৰ পটেশ্বৰীৰ তুলনাত মোৰ ৰূপ একোৱে নহয় ! ···বিমলা, কোনহে সেই তিৰোতাজনী ?"

বিমলাই অলপ মুখ টিপি হাঁহিলে, "এতিয়া তাইৰ পৰিচয় হ'ল তাই এজনী দুখীয়া বিধবা তিৰোতা । কিন্তু আচলতে তাই বৰ সাংঘাতিক তিৰোতা, তাইৰ বহুত হিষ্ট্ৰি আছে ।"

অঞ্জলিহঁতে বালিতে বহি পৰিছিল আৰু সন্ধিয়াৰ মাৰ যোৱা সূৰ্যৰ পোহৰৰ বঙা কণিকাবোৰৰ লগত পাগলাদিয়াৰ ঢৌৰ খেলা চাই চাই অঞ্জলিয়ে ধীৰ মাতেৰে কৈছিল—"ইমান ৰূপ, তাতে তিৰোতা মানুহ, হিষ্ট্ৰি নিশ্চয় থাকিবই বিমলা ।" তাৰ বাহিৰে অঞ্জলিয়ে আৰু একো নক'লে, পটেশ্বৰীৰ কথা একো নুসুধিলে, কিন্তু তাইৰ মুখখন কঠিন হৈ উঠিল, অলপ আগৰ পাতল ধেমালিৰ ভাবটো সেই মুখৰ পৰা সম্পূৰ্ণ মচ খাই গ'ল ।

হিষ্ট্ৰি ! হিষ্ট্ৰি । কিন্তু এই হিষ্ট্ৰি থাকে কেৱল মাইকী মানুহৰহে, পুৰুষ মানুহৰ নেথাকে । এই পটেশ্বৰীৰ দৰেই চহৰত থকা তাইৰ সুন্দৰী ৰেখাদিবো হিষ্ট্ৰি আছে, কিন্তু ৰেখাদিৰ সৰ্বনাশ কৰা মানুহজনৰ হ'লে কোনো হিষ্ট্ৰি নাথাকিল, তেওঁৰ সুখৰ সংসাৰখন কোনো হিষ্ট্ৰিয়ে ধ্বংস কৰিব নোৱাৰিলে । কিন্তু ৰেখাদিৰখন কৰিলে । অঞ্জলিৰ মনটো এক অদ্ভুত তিক্ততাৰে ভৰি গ'ল । সকলোৱে অতি হীন চকুৰে চোৱা, স্বামী পৰিত্যক্তা ৰেখা নামৰ ওচৰৰ বঙালী গাভৰু গৱাকীৰ লগত অঞ্জলিৰ হলিগলি দেখি এদিন অঞ্জলিৰ বৌৱেকে গহীনভাৱে কৈছিল, "অঞ্জু, তুমি সৰু ছোৱালী, সংসাৰৰ বহুত কথাই তুমি নাজানা, গতিকে মই তোমাৰ গাৰ্জিয়েন আৰু হিতাকাংক্ষী হিচাপে তোমাক অলপ সাৱধান নকৰি নোৱাৰোঁ । তুমি সেই ৰেখা বোলা মানুহজনীৰ লগত কিয় ইমানকৈ মিলিছা নাজানো, তাইৰ মাজত কি দেখি ভোল গৈছা নাজানো । বোধহয় তোমাক কোমল বয়সীয়া ছোৱালী পাই তাই ছলাহি কথাৰে তোমাক ভুলাব পাৰিছে । তাইৰ দৰে মানুহ এজনীৰতো আৰু কোনো ভাল বন্ধু হ'ব নোৱাৰে — গতিকে তোমাক সৰল পাই তোমাৰ গাত ভালকৈয়ে লম্ভিছে । কিন্তু অঞ্জু, তাই এজনী বৰ সাংঘাতিক তিৰোতা, খুব কু-চৰিত্ৰৰ তিৰোতা, ইমান এজন ধনী-মানী মানুহৰ লগত তাইৰ বিয়া হৈছিল কিন্তু সেই মানুহৰ লগতো তাই সন্তুষ্ট হৈ থাকিব নোৱাৰি প্ৰষ্টিটিউটগিৰি আৰম্ভ কৰি দিলে । মই তোমাক এইবোৰ কথা কোৱা উচিত নহয় —তুমি সৰু ছোৱালীয়ে এই বেয়া কথাবোৰ শুনিব নেপায় বা মোৰো এনেকুৱা বেয়া শব্দ মুখত আনি নিজৰ মুখখনকে অপবিত্ৰ কৰা যেন লাগিছে । কিন্তু মই তোমাৰ বৌৱেৰ—এই কথাখিনি কোৱা মোৰ কৰ্তব্য বুলিয়ে ক'লোঁ । তুমি এনেকৈ ৰেখাৰ লগত নিৰ্মিলিবা, গিৰিয়েকে খেদি দিয়া তিৰোতা এজনীৰ লগত তোমাৰ এনেকুৱা হলিগলি দেখিলে ওচৰ-চুবুৰীয়াবোৰে তোমাক কি ক'ব ?"

অঞ্জলি সিদিনা বোমা ফটাৰ দৰে ফাটি পৰিছিল, অতি সৎ চৰিত্ৰৰ ছোৱালী বুলি বিয়াৰ আগতে ওচৰ-চুবুৰীয়াই ছাৰ্টিফিকেট দিয়া বৌৱেকৰ পিনে চাই তাই উত্তেজনাত চিঞৰি উঠিছিল, "তোমাৰ ওচৰ-চুবুৰীয়াৰ মানত তুমিয়ে ভাল হৈ থাকা বৌ, তেওঁলোকৰ সৎ-চৰিত্ৰৰ ছাৰ্টিফিকেটৰ মোৰ কোনো দৰকাৰ নাই ! সংসাৰত কোন মানুহ কেনেকুৱা মই নিজৰ চকুৰেই চাব খোজোঁ, নিজৰ যুক্তি-বুদ্ধি, নিজৰ জ্ঞান-বিবেচনাৰেই বিচাৰ কৰিব খোজোঁ—সমাজৰ কোনো তথাকথিত মহৎ চৰিত্ৰবান মানুহৰ চকুৰে মানুহৰ বিচাৰ কৰিবলৈ যিদিনাই মই আৰম্ভ কৰিম সিদিনাই মই জানিম যে মোৰ মানসিক অপমৃত্যু ঘটিছে ।"

কৈশোৰ-যৌৱনৰ উত্তপ্ত তেজত টগ্‌বগ্‌কৈ উতলি থকা অঞ্জলিৰ সিদিনা খঙত আৰু উত্তেজনাত মুখখন টক্‌টকীয়া হৈ উঠিছিল—আৰু তাইৰ তেনেকুৱা অৱস্থাতে কিছুদিন আগতে পঢ়া আব্ৰাহাম লিন্‌কনৰ গল্প এটা অদ্ভুতভাৱে মনলৈ আহি গৈছিল । গতিকে অলপ ৰৈ, অলপ উত্তেজনা শাম কাটিবলৈ দি তাইৰ পিনে অতি অবাক আৰু বিমূঢ়—আৰু নিশ্চয় বিদ্বেষেৰেও চাই থকা বৌৱেকক তাই আকৌ কৈছিল—"অ' বৌ—আব্ৰাহাম লিংকনৰ নাম শুনিছানে ? তেওঁৰ এজন অতি প্ৰিয়পাত্ৰ বিষয়া আছিল, তাৰ কাৰণে বাকী বিষয়াবোৰৰ বৰ হিংসা । এদিন তাৰে এজনে গৈ লিংকনক গোচৰ দিলে যে তেওঁৰ প্ৰিয়পাত্ৰ বিষয়াজন এজন জঘন্য মাতাল, সদায় ৰাতি মদ এসোপা গিলি টং হৈ পৰি থাকে । গোচৰ শুনি লিংকনে গহীনাই ক'লে—'তেওঁ

খোৱা মদৰবিধ কি ব্ৰেণ্ডৰ মোক খবৰ কৰি আনি দিবাচোন, তোমালোকলৈও তেতিয়া সেই মদ খাবলৈ মই আদেশপত্ৰ পঠাই দিম—কাৰণ সেই মদ খাই তেওঁৰ দৰে মাতাল হোৱাৰ পাছত তোমালোকো কিজানি তেওঁৰ দৰে সৎ, নিষ্ঠাবান আৰু পৰিশ্ৰমী হোৱা' !"

অঞ্জলিৰ গল্পটো শুনি বৌৱেকে আৰু কোনো উচ্চবাচ্য নকৰি তাৰপৰা আঁতৰি গৈছিল—তেওঁৰ মনত তেতিয়া এনে ধৰণৰ ভাববোৰে খেলা কৰিছিল ঃ —ভাল উপদেশ নুশুনি মৰিব খোজা মৰাগৈ—মই তোমাক ভাল ভাবিহে কৈছিলোঁ, তোমাৰ যে মগজটো স্বাভাৱিক নহয়—তুমি যে ৰাজ্যৰ কিতাপ কিছুমান পঢ়ি মগজটো খেলিমেলি কৰি থৈছা—সেই কথা মই ক'ব নেলাগে—তোমাৰ মাবায়ো দিন-ৰাতি কৈ থাকে—সবাই আৰু এটা কথাও ঠিকেই কয় যে তোমাৰ মুৰটো তোমাৰ দেউতাৰায়ে অতি প্ৰশ্ৰয় দি, অতি আদৰ কৰি একেবাৰে খাই পেলালে—তেওঁ আৰু এটা ঠিক কথা কয় যে তোমাৰ ভৱিষ্যৎ কি হ'ব এক ভগৱানেহে জানে। তুমি যাৰ ডিঙিত ওলমিবা সেই বেচেৰাক কিন্তু এতিয়াৰ পৰাই পুতৌ কৰিব ধৰিছোঁ..."

আৰু সিফালে বৌৱেকৰ অপসৃয়মান দেহৰ পিনে চাই অঞ্জলিয়ে তেওঁক ক'ব নোৱাৰা বাকী কথাখিনি নিজৰ মনৰ ভিতৰতে কৈ শেষ কৰিছিল, "বৌ, মোৰো লিংকনৰ দৰে মন যায়—ময়ো যেন তোমাক ৰেখাদিৰ ওচৰলৈ কেনেকৈ চৰিত্ৰহীনা হ'ব পাৰি সেই ট্ৰেইনিং ল'বলৈ পঠাওঁ, তেতিয়াহ'লে মই ৰেখাদিৰ ওচৰত কি পাই যাওঁ বুলি আচৰিত হোৱা তেওঁৰ সেই গুণকেইটাৰ তুমিও কিজানি অধিকাৰিণী হ'ব পাৰিলাহেঁতেন।"

সন্ধিয়াৰ নৈৰ পাৰৰ নিস্তব্ধতা ভংগ কৰি অঞ্জলিয়ে হঠাৎ কৈ উঠিল, "বিমলা, পটেশ্বৰী খুব জঘন্য চৰিত্ৰৰ তিৰোতা নেকি ?"

অঞ্জলিৰ কৌতূহলৰ অভাৱ দেখি বিমলা মনে মনে অলপ ক্ষুণ্ণই হৈছিল, তাই পটেশ্বৰীৰ নামটো ওলোৱাৰ লগে লগে অঞ্জলিক তাইৰ সকলো কীৰ্তি-কলাপৰ কথা ৰস লগাই ক'ব বুলি মনে মনে সাজু হৈছিলেই। কিন্তু পটেশ্বৰীৰ হিষ্ট্ৰি আছে বুলি শুনাৰ পাছত—ওঁ, ইমান ৰূপ থকা ছোৱালীৰ হিষ্ট্ৰি থাকিবই—এনে এটা সংক্ষিপ্ত মন্তব্য দি তাইক ক্ষুণ্ণ কৰি অঞ্জলি চুপচাপ বহি থাকিল। তাই নিজেও ইমান আগবাঢ়ি আগবাঢ়ি কথা কোৱা ছোৱালী নহয় যে শ্ৰোতাৰ শুনাৰ আগ্ৰহৰ অভাৱ নিজে দেখাৰ পাছতো আকৌ উপযাচি সেই কথা শুনাবলৈ যাব। কিন্তু এতিয়া পুনৰ অঞ্জলিৰ আগ্ৰহ ওপজা দেখি তাইৰ মনটো ভাল লাগি গ'ল। তাই দ্বিতীয়বাৰৰ বাবে পটেশ্বৰীৰ 'হিষ্ট্ৰি' ক'বলৈ সাজু হ'ল।



"ওঁ অঞ্জলি, তাইৰ যে ক'ত, কাৰ লগত কিমান জঘন্য কাৰবাৰ আছে, গাঁৱৰ মানুহে সেই গোটেইসোপা হিষ্ট্ৰি নেজানেই। ইমান বেয়া ছোৱালী বোলে ঢলকুছি গাঁৱত কোনোদিনে ওপজাই নাছিল। তাই যেতিয়া—"

"ৰ'বা বিমলা—" বিমলাৰ কথাৰ মাজতে বাধা দি অঞ্জলিয়ে কৈ উঠিল—"কি কি দোষ থাকিলে আমি মানুহ এজনক বেয়া বুলি কওঁ কোৱাচোন ?"

বিমলা একেবাৰে থতমত খাই গ'ল। কথা নাই, বতৰা নাই হঠাতে দেখোন এওঁ উকীলৰ দৰে জেৰা কৰাত লাগি গ'ল ! আজি এই ছোৱালীজনীয়ে কি একোপধোৱাই পটেৰ হিষ্ট্ৰিত আগবাঢ়িব নিদিব ?

"বিমলা মনে মনে ৰ'লা কিয় ? মানুহৰ বেয়া দোষ কি কি ক'ব নোৱাৰা ? তুমি দেখোন পঢ়াশুনাত বৰ চোকা ছোৱালী।"

পঢ়াশুনাৰ কথাটো কোৱাৰ লগে লগেই বিমলাৰ মনত ভাল ধৰণৰ উত্তৰ এটা ওলাই গ'ল—সৰুৰে পৰা কত বাৰ যে এই কথাবোৰ পঢ়িছে···

"কাম, ক্ৰোধ, লোভ, মোহ···"

বিমলাই গৰ্‌গৰাই কৈ যাবলৈ ধৰিলে।

অঞ্জলি হাঁহিত ফাটি পৰিল।

"হাঃ-হাঃ-হাঃ···কাম, ক্ৰোধ, লোভ, মোহ···হাঃ-হাঃ-হাঃ···এই বিমলা, তুমি পিছে কাম মানে কি জানানে নাজানা ?···এই, মনে মনে ৰ'লা কিয়, জানানে নাজানা ?"

বিমলাই সেমেনা-সেমেনি কৰিবলৈ ধৰিলে।

অঞ্জলিয়ে আৰু এবাৰ উচ্চস্বৰে হাঁহি ক'লে, "তোমাৰ নাৰ্ভাছ ধৰণ-কৰণ দেখিয়েই বুজিছোঁ যে তুমি মানেটো জানা। সৰুতে বুজিছা বিমলা, মই বেঞ্জামিন ফ্ৰেংকলিন নামৰ আমেৰিকাৰ মনীষী গৰাকীৰ আহি' অনুসৰি প্ৰতি দিনে কি কি ভাল কাম কৰিলোঁ, কি কি বেয়া কাম কৰিলোঁ—তাৰ ডায়েৰি এখন লিখি যাবলৈ আৰম্ভ কৰিলোঁ। কিন্তু আৰম্ভ কৰিব ওলাই ভাবিলোঁ—স্কুলৰ কিতাপত যে কেইটামান বেয়া ৰিপু দমন কৰিব লাগে বুলি লেখে—সেইবোৰ ময়ো দমন কৰি গ'লেহে ডায়েৰিত ভাল কাম কৰাৰ হিচাপ বেছিকৈ লিখিব পাৰিম। কিন্তু মোক অসুবিধাত পেলালে এই কামটোৱে। সেই স্কুলীয়া কিতাপতো আমাক কাম কৰিবলৈ, পৰিশ্ৰম কৰিবলৈও উপদেশ দিয়া থাকে, তাৰ পাছত আকৌ কাম কেনেকৈ বেয়া হ'ব পাৰে ? গতিকে পিতাৰ ওচৰলৈ গৈ সুধিলোঁ, 'পিতা, কিতাপত যে লিখা থাকে কাম দমন কৰিব লাগে, কিয় দমন কৰিব লাগে ?' বিমলা, মোৰ প্ৰশ্ন শুনি সিদিনা পিতাৰ মুখৰ অৱস্থা কেনে হৈছিল আজি মই কল্পনা কৰিব পাৰোঁ, কিন্তু সিদিনাৰ মই সৰলমনা

সৰু ছোৱালীজনীয়ে সেই মুখত নিশ্চয় একো দেখা নাছিলোঁ। যিহওক, পিতাই অলপ পৰ ভাবি মোক লাহে লাহে কৈছিল—'আইজনী, মানুহেতো অকল ভাল কামেই নকৰে, বেয়া কামো কৰে, গতিকে তেনে বেয়া কাম কৰাৰ ইচ্ছাটোক দমন কৰিবলৈকে কিতাপত উপদেশ দি লিখিছে'।

"বিমলা, পিতাৰ সেই ব্যাখ্যাত মই সন্তুষ্ট হৈছিলোঁ নে নাই নাজানো, কিন্তু ডাঙৰ হৈ সেই শব্দৰ অৰ্থ বুজি পাই ডাঙৰ মানুহবোৰৰ ওপৰত মোৰ খং উঠি গৈছিল—সৰু ল'ৰা-ছোৱালীক নীতি-জ্ঞান শিক্ষা দিব খুজিছা ভাল কথা, কিন্তু সিহঁতে হজম কৰিব পাৰা শিক্ষা দিয়াচোন। যিহওক, তুমি ৰিপুবোৰৰ বৰ্ণনাহে দিলা, মানুহৰ কি কি বেয়া দোষ হ'ব পাৰে কোৱাচোন?"

বিমলাৰ তেতিয়া পটেশ্বৰীৰ কাহিনী ক'ব খোজাৰ ৰসে পলাই পত্ৰং মাৰিছিল, কিন্তু তথাপিও অঞ্জলিৰ কথা-বতৰাৰ আন এক ধৰণৰ ৰসে তাইক লাহে লাহে অদ্ভুত এক মোহৰ জালেৰে মেৰিয়াই ধৰিবলৈ আৰম্ভ কৰিছিল।

বিমলাই কপালৰ গাঁঠি থোপা কৰি এখন্তেক ভাবিলে, তাৰ পাছত ক'লে—"এক হিচাপে চাবলৈ গ'লে মানুহৰ দোষ-ত্ৰুটিৰতো সীমাই নাই অঞ্জলি, মোৰ কেইটামানতো মনলৈ আহিছেই, কিন্তু আৰু কিবা মনত পৰে নেকি তাকেহে ভাবি আছোঁ—"

"বেছি ভাবিব নালাগে দিয়া, যি কেইটা মনলৈ আহিছে তাকেই কোৱা।"

বিমলাই লাজকুৰীয়া হাঁহি এটা মাৰি ক'লে—"মিছা কোৱা, আনক ঠগোৱা, চুৰ কৰা, ভেটি খোৱা, অসৎ চৰিত্ৰৰ হোৱা, ফুৰ্টিন কৰা, দুখীয়া-নিচলাক মৰম নেদেখুৱা···আৰু···আৰু···"

অঞ্জলিয়ে মিচিককৈ হাঁহি এটা মাৰিলে, "বিমলা, তোমাৰ তালিকাখন শুনি আৰু তোমাৰ মুখত পটেশ্বৰীৰ বিষয়ে এক ধৰণৰ ইংগিতপূৰ্ণ কথা শুনি মই বুজি পালোঁ যে তাই সেই তালিকাৰ এটা বেয়া কামহে কৰিছে—তাই অসৎ চৰিত্ৰৰ কাম কৰিছে। আৰু মই এই বিষয়ে যেনেকৈ ভাবোঁ শুনিলে সমাজৰ ভীষণ নীতিবাদী মানুহে মোক কামেৰে নোৱাৰিলেও মানসিকভাৱে সেই সমাজৰ বহিভূৰ্ত কৰি থ'ব। মানুহ চৰিত্ৰবান হ'ব লাগে—দুশ্চৰিত্ৰ হ'ব নেলাগে। কিন্তু সেই নৈতিক দায়িত্ব অকল তিৰোতাৰে নহয়, পুৰুষৰো। কিন্তু আমাৰ সমাজত চৰিত্ৰহীন পুৰুষে সদায় ক্ষমা পাই আহিছে, তিৰোতাই পোৱা নাই। আগৰ দিনৰ ঋষি-মুনিসকলৰতো এনে স্খলনৰ সীমাই নাছিল—তথাপি তেওঁলোক চিৰ-নমস্য মুনি-ঋষি! কিন্তু মোৰ যি মতামত শুনিলে সমাজ শিয়ঁৰি উঠিব বুলি কৈছোঁ সেইটো এইয়া নহয়—এইবোৰ কথাৰ বহুত আলোচনা-বিলোচনা হৈ আছে, এইবোৰ চৰ্বিত-চৰ্বণ। কিন্তু মই ইয়াকে ক'ব খোজোঁ যে নিজৰ কাম-বাসনা সমাজ বহিভূৰ্ত নিয়মেৰে পালন কৰা মানুহ এজনতকৈ স্বাৰ্থপৰ, নিষ্ঠুৰ, প্ৰবঞ্চক মানুহ এজন বেছি তলখাপৰ। কাৰণ পিছৰবিধ মানুহে মানুহৰ অনিষ্ট কৰে বেছি। কিন্তু আমাৰ সমাজৰ বিচাৰ অন্য ধৰণৰ, আমি ল'ৰালৈ ছোৱালী বিচাৰিবৰ সময়ত বিচাৰিম আমাৰ বোৰ দৰে নিৰ্মল, অকলংক চৰিত্ৰৰ ছোৱালী—লাগে তেওঁৰ প্ৰাণত কাৰো প্ৰতি কোনো দয়ামায়াই নেথাকক—কিন্তু আমি ৰেখাদিৰ দৰে চৰিত্ৰহীনা ছোৱালীক কেতিয়াও ঘৰৰ বোৱাৰী কৰি অনাৰ কথা কল্পনা নকৰোঁ—লাগে তেওঁৰ অন্তৰত আকাশৰ সমান মায়া-দয়া থাকক। বিমলা, তুমি মানুহৰ বেয়া দোষবোৰৰ বৰ্ণনা দিলা, এইবাৰ মই মানুহৰ কি কি বেয়া দোষ বুলি ভাবোঁ কওঁ শুনা: অকৃতজ্ঞতা স্বাৰ্থপৰতা হৃদয়হীনতা—অৱশ্যে হৃদয়হীন হ'লেই স্বাৰ্থপৰ হয়, স্বাৰ্থপৰ হ'লেই হৃদয়হীন হয়—, বিশ্বাসঘাতকতা অনুভূতিহীনতা আত্মসম্মানবোধহীনতা ভণ্ডামী নৈতিক কাপুৰুষতা প্ৰৱঞ্চনা কু-চৰিত্ৰ ভীৰুতা···আৰু হয়তো কিবাকিবি আছে, মোৰো এতিয়া তোমাৰ দৰে গোটেইবোৰ মনত পৰা নাই—আৰু ইফালে তুমিতো কেইটামানৰ তালিকা দিলাই।···বাৰু বিমলা, তোমাক মই আকৌ এটা প্ৰশ্ন কৰোঁ—এই সকলোবোৰ দোষৰ ভিতৰত তোমাৰ বাবে বাৰু কোনটো দোষ আটাইতকৈ মাৰাত্মক যেন লাগে?"

বিমলা লাহে লাহে বেছিকৈ অঞ্জলিৰ কথাৰ জালত সোমাই পৰিছিল, তাই এজনী বুদ্ধিমতী, অনুভূতিপ্ৰৱণ আৰু ভাব-চিন্তা কৰা ছোৱালী, অথচ জীৱনৰ সেইটো সন্ধিয়া পৰ্যন্ত তাই কাৰোপৰা তেনেকুৱা কথা-বতৰা শুনা নাছিল, কাৰো লগত তেনে ধৰণৰ কথা-বতৰা পাতি পোৱা নাছিল। তাই যাপন কৰি অহা জীৱনটোৰ লগত কিমান মিল নথকা কথা এইবোৰ, অথচ কিমান গভীৰভাৱে সেই জীৱনৰে কথা এইবোৰ! বিমলাই সমস্ত মন-প্ৰাণ ঢালি চিন্তা কৰিবলৈ ধৰিলে। তেতিয়া সন্ধিয়াৰ এন্ধাৰে ভালকৈয়ে ঘেৰি ধৰিছিল, দুয়ো পৰা ভাহি আহিছিল অদূৰৰ ঘাটেৰে পাগলাদিয়া পাৰ হৈ ইপাৰ-সিপাৰৰ ঘৰমুখী হোৱা দুই চাৰিজন মুনিহ-তিৰোতা—ল'ৰা-ছোৱালীৰ কথা-বতৰাৰ অস্পষ্ট মাত, নৈ পাৰ কৰাই নিয়া গৰুৰ হেম্বেলনি, কোনোবা এখন গৰুৰ-গাড়ীৰ গৰুৰ ডিঙিৰ টিলিঙাৰ টুং টুং মিঠা শব্দ, পানীত উভালখাই পৰি থকা বাঁহ এজোপাত ঠেকা খাই শব্দ উঠা বৈ যোৱা পাগলাদিয়াৰ পানীৰ মৃদু কল্ কল্ ধ্বনি।

বিমলাই ক'লে, "মই ভাবোঁ মানুহৰ হৃদয়হীনতায়েই হ'ল মানুহৰ

আটাইতকৈ বেয়া দোষ। মানুহৰ অন্তৰত মৰম-চেনেহ-দয়া-মায়া থাকিলে মানুহে বোধহয় সহজতে তুমি কোৱা আন দোষবোৰ কৰিব নোৱাৰে।”

অঞ্জলিয়ে উচ্ছ্বাসত বিমলাৰ পিঠি চপৰিয়াই দিলে, “বিমলা, তোমাক মই এশৰ ভিতৰত এশ নম্বৰ দিলোঁ। এতিয়া মোৰ সৰুকালতে পঢ়া বৰ সহজ সৰল ইংৰাজী পদ্য এটা মনত পৰিছে, মই গাই দিওঁ শুনিবা ঃ

The night has a thousand eyes
And the day but one ;
Yet the light of a whole day dies
with the setting sun.
The mind has a thousand eyes
And the heart but one ;
Yet the light of a whole life dies
When love is done.

বিমলা, তোমাক কথা কৈ সুখ আছে, তুমি খুব আণ্ডাৰষ্টাণ্ডিং শ্ৰোতা। মই তোমাক এতিয়া কিতাপ এখনৰ কথা কওঁ। এইচ. জি. ওৱেলছ নামৰ বিজ্ঞান-ভিত্তিক গল্প-উপন্যাস লিখা সেই পৃথিৱী বিখ্যাত লেখকজনৰ কিতাপ সেইখন—নাম ‘টাইম মেশিন।’ নামটো শুনি তুমি ভাবিবা—সেইখন এখন বৈজ্ঞানিক যন্ত্ৰপাতি বিষয়ক অদ্ভুত কল্পনাৰ কিতাপ। হয়নো, আৰু তেনে অসাধাৰণ কল্পনাৰ কাৰণেই নিশ্চয় কিতাপখন ইমান পৃথিৱী বিখ্যাত হ'ব পাৰিছে। কিন্তু মোৰ ভাব হ'ল যে কিতাপখনৰ একেবাৰে শেষত লেখা এটা সৰু আৰু সামান্য ঘটনাৰ বাবেও কিতাপখন ইমান জনসমাদৃত হৈছে (অৱশ্যে মই পঢ়িছোঁ সংক্ষিপ্ত কৰি লিখা কিতাপ এখন—আৰু সেইখনৰ বিষয়ে কোন সমালোচকে কি লিখিছে মই একোকে নেজানো, মই মাত্ৰ কৈছোঁ মোৰ নিজৰ ধাৰণাৰ কথা)। যিহওক, কিতাপখনৰ কাহিনীটো তোমাক মই এতিয়া নকওঁ—পাছত তুমি ইন্টাৰেষ্ট ল'লে ক'ম। মই পঢ়া কিতাপখনৰ শেষ বাক্যটো কি—এতিয়া তাকেই মই তোমাক শুনাম—ওঁ, শুনা—“And I have by me, for my comfort two strange white flowers—brown and flat and dry—to witness that, even when mind and strength had gone, gratitude and tender love for one another still lived on in the heart of man—”

বিমলাই প্ৰায় চিঞৰি উঠিল, “অঞ্জলি, তুমি মোক কথাকেইটা আকৌ



এবাৰ কোৱাচোন, প্ৰথমৰ পৰা শেষলৈকে গোটেইখিনি কথা মই ভালকৈ বুজিবই নোৱাৰিলোঁ—কিন্তু ইমান সুন্দৰ কথা!”

অঞ্জলিয়ে ক'লে, লগতে আকৌ ক'লে, “লেৰেলি শুকাই গ'লেও সেই ফুলপাহ হ'ল মানুহৰ স্নেহ-মমতা দয়া-ভালপোৱাৰে চিৰসিক্ত হৃদয়ৰ চিৰন্তন প্ৰতীক—যি হৃদয় শাশ্বত, যি হৃদয় এই পৃথিৱীৰ দুখ-দুৰ্ভাগ্য জৰ্জৰিত হতভাগ্য মানুহৰ জীয়াই থকাৰ একমাত্ৰ অৱলম্বন।”

বিমলাই এটা দীঘল নিশ্বাস পেলাই ক'লে, “অঞ্জলি, আমি এই গাঁৱত কি কুকুৰ-মেকুৰীৰ জীৱন যাপন কৰি আছোঁ, কিন্তু তোমালোকে চহৰত কি ওখ আদৰ্শৰ জীৱন যাপন কৰা! তোমালোক চহৰৰ শিক্ষিত মানুহবোৰে মানুহৰ হৃদয়ক কেনেকৈ মূল্য দিব জানা!”

এইবাৰ অঞ্জলিৰ অন্তৰৰ অদ্ভুত তিক্ততাৰে ভৰা নিঃশব্দ হাঁহিটো পাগলাদিয়াৰ বুকুৰ আন্ধাৰৰ শূন্যতাত মিলি গ'ল। আমি চহৰৰ শিক্ষিত মানুহবোৰে মানুহৰ হৃদয়ক মূল্য দিব জানো? ৰেখাদিৰ হৃদয়ক চহৰৰ শিক্ষিত মানুহেবোৰে মূল্য দিব জানিলে, বুজি চাবৰ যত্ন কৰিলে!

সন্ধিয়াৰ আন্ধাৰত অঞ্জলিয়ে পাগলাদিয়াৰ কলকলকৈ বৈ যোৱা ক'লা পানীবোৰৰ পিনে চাই নীৰৱে বহি ৰ'ল। বিমলাক ইমানবোৰ কথা কৈ উঠি তাই যেন এতিয়া এক অপৰিসীম ক্লান্তি অনুভৱ কৰিলে। কিন্তু আচলতে জানো সেই কথাবোৰ তাই বিমলাক কৈছে, বিমলা জানো মাত্ৰ নিমিত্ত নহয়, আচলতে জানো পাগলাদিয়াৰ পাৰৰ এই নীৰৱ নিস্তব্ধ অদ্ভুত মায়াময় পৰিবেশে তাইৰ অন্তৰত গুমৰি থকা কথাবোৰ স্বগতোক্তিৰ দৰে নদীৰ বেগত অন্তৰ উজাৰি উলিয়াই অনা নাই?

অঞ্জলিৰ মনটো হৃদয়-মন অসাড় কৰি দিয়া এক আচৰিত বিষাদে আবৰি ধৰিলে। আচলতে ৰেখাদিৰ কথা মনত পৰি গ'লেই তাইৰ মনটো কিবা এক অসহায় আৰু নিৰুপায় বেদনাত গুমৰি উঠে, তাই যেন কিবা এটা কৰি পেলাব, কিবা এক সাংঘাতিক কাণ্ড কৰি পেলাব, কিবাকিবি যেন ভাঙি-ছিঙি গুড়ি কৰি সকলো লণ্ডভণ্ড কৰি পেলাব—কাৰোবাৰ বিৰুদ্ধে যেন ভীষণ বিদ্ৰোহ কৰি উঠি এই পৃথিৱীখন ছাৰখাৰ কৰি দিব।

এদিন ৰেখাই অঞ্জলিক কৈছিল ঃ “অঞ্জলি, তোমাক লগ পালে, তোমাৰ হাঁহিৰে উজ্জ্বল হৈ থকা নিষ্পাপ সৰল মুখখন দেখিলে মোৰ যে কি এক অদ্ভুত ৰিফ্ৰেশিং অনুভূতি জাগে! তোমাৰ মাজত যেন মই মোৰ এৰি অহা অতীত জীৱনটো আকৌ এবাৰ যাপন কৰোঁ—এদিন ময়ো তোমাৰ দৰেই

আছিলোঁ—নিৰ্মল, সুন্দৰ, পবিত্ৰ—সংসাৰৰ কোনো কলুষ, কোনো মালিন্যই যাক তেতিয়াও স্পৰ্শ কৰা নাছিল !"

অঞ্জলি হঠাতে জ্বলি-পকি উঠিছিল। তাই ভালপোৱা মানুহবোৰৰ আগত সদায়ে সহজ উত্তপ্ত হৈ উঠাটো অঞ্জলিৰ স্বভাৱেই।

"তোমালোক বঙালী মানুহবোৰ বৰ বেছি ছেণ্টিমেণ্টাল ৰেখাদি, মই দেখিবই নোৱাৰোঁ। মোৰ লগত এনেকৈ ভাষা লগাই কথা নক'বা। মই সহজ সৰলভাৱে কথা কোৱাটো ভাল পাওঁ। আৰু এতিয়া তেনে সহজ-সৰলভাৱে মাথোঁ কওঁ যে তোমাক দেখিলেও মোৰ খুব ভাল লাগে, তোমাৰ মাজত ময়ো মোৰ ভৱিষ্যৎ জীৱন এটা যাপন কৰি থাকোঁ—ময়ো যেন ভৱিষ্যতত তোমাৰ দৰে খুব ভাল মানুহ এজনী হ'ব পাৰিছোঁ।"

আচৰিত, অঞ্জলিৰ সেই সহজ-সৰল কথা কেইটা শুনি কিন্তু ৰেখাৰ চকুত দুটোপাল চকুলো টলমলাই উঠিছিল।

...."সংসাৰ পথেৰ
পান্থ, ধূলিলিপ্তবাস, বিক্ষত চৰণ...
...ধূলিময়ী ধৰণীৰ কোলেৰ সন্তান—
তাৰ কত ভ্ৰান্তি, তাৰ কত ব্যথা, তাৰ
কত ভালোবাসা, মিশ্ৰিত জড়িত হয়ে
আছে একসাথে..."

অশ্ৰু সংবৰণ কৰি সিদিনা যেতিয়া ৰেখাই এইখিনি কথা আপোন মনে গুনগুনাইছিল, অঞ্জলি আৰু এবাৰ খঙত ফাটি পৰিছিল ঃ

"ৰেখাদি, তুমি চিত্ৰাংগদা আওৰাই ভাবিছা, আমি অসমীয়া ছোৱালী, বঙালী মানুহৰ ৰবীন্দ্ৰনাথ চাগে ক'ত পঢ়িছোঁ। শুনা, মই অকল পঢ়াই নহয়, মোৰ বহুত কথা মুখস্থও আছে, গতিকে তুমি বাদ দি যোৱা কথাখিনি মই পূৰণ কৰি দিওঁ—'কিন্তু আছে, অক্ষয় অমৰ এক ৰমণী হৃদয়...'"

সিদিনাই ৰেখাই অঞ্জলিক তাইৰ অতীত জীৱনৰ কাহিনী কৈ শুনাইছিল।

ৰেখাৰ বিয়া হৈছিল ধুবুৰীৰ বিখ্যাত সেন পৰিয়ালৰ ৰঞ্জিৎ সেনৰ লগত, ৰঞ্জিৎ সেন উঠিঅহা উকীল আৰু ৰাজনৈতিক দল এটাৰ এজন নামকৰা নেতা। সেই সুবাদতে তেওঁৰ ওচৰলৈ নানা মানুহ-দুনুহ আহিছিল। তাৰ ভিতৰত ৰঞ্জিতে তেওঁৰ অতি ঘনিষ্ঠ বন্ধু মহলৰ লগত অতি সুন্দৰী ঘৈণীয়েকক গৌৰৱেৰে পৰিচয় কৰি দিছিল আৰু নাৰীক পুৰুষৰ সমান মৰ্যাদা দিয়া মানুহজনে সেই বন্ধুসকলৰ লগত ঘৈণীয়েকক অবাধে মিলামিছা কৰাৰ সুযোগ দিছিল। এদিন খুব বৰষুণ, ৰঞ্জিতৰ দীপক নামেৰে বন্ধু এজন আহি



দুপৰীয়া ৰঞ্জিতহঁতৰ ঘৰত প্ৰায় জুৰুলি-জুপুৰি হৈ আশ্ৰয় ল'লেহি। তেতিয়া নিজান দুপৰীয়া, ৰঞ্জিৎ কাছাৰীলৈ গৈছে, কাম কৰা ল'ৰাটোৱে ভাত-পানী খাই ঘৰুৱা কাম-বন অঁতাই বৰষুণৰ আমেজত গভীৰ নিদ্ৰাত মগ্ন হৈ আছে। ৰেখাই বিছনাতে বাগৰি কিতাপ এখন পঢ়ি আছিল, বৰষুণৰ প্ৰবল শব্দকো তল পেলাই বাজি উঠা দুৱাৰৰ টক্ টক্ শব্দত ৰেখা গৈ দুৱাৰ খুলি দীপকক দেখি ভিতৰ সোমাব দিছিল। অসময়ত তেনে বৰষুণৰ নিস্তব্ধ দুপৰীয়াটোত দীপকক দেখি তাইৰ ভাল নেলাগিলেও তাই ভদ্ৰতা কৰি দীপকক কাপোৰ সলাব দিছিল, চাহ কৰি দিব খুজিছিল। কিন্তু দীপকে চাহ নেখাই ৰেখাৰ লগত বহি কথাকে পাতি থাকিব খুজিছিল। ইতিমধ্যে বৰষুণ কমক ছাবি বেছিহে হৈছিল। চাৰিওফালে ভীষণ আন্ধাৰ হৈ আহিব ধৰিছিল। ৰেখাৰ এক অজানা ভয়ত বুকু কঁপি উঠিছিল, তাই লাইটটো জ্বলাবলৈ উঠোতেই দীপকে তাইক হঠাতে সাবটি ধৰি কৈছিল যে লাইট জ্বলাৰ নেলাগে। তাৰ পাছত দীপকে ৰেখাৰ চৰম সৰ্বনাশ কৰি পাশৱিক হাঁহি এটা মাৰি কৈছিল যে তেওঁৰ ৰেখাৰ ওপৰত বহুত দিনৰ পৰা চকু আছিল, ৰঞ্জিতৰ ওপৰতো বহুতদিনৰে পৰা চকু আছিল এই কাৰণেই যে সি সিহঁতৰ একে লগৰ, একে বুদ্ধিৰ, একে মানসিকতাৰ ল'ৰা হৈ কিয় সকলোৰে ওপৰত টেক্কা মাৰি এনে অপেশ্বৰীৰ দৰে সুন্দৰী পত্নী পাব। তাৰ পাছত সেই হাঁহি আৰু উদ্ভাসিত কৰি দীপকে কৈছিল যে সি ইয়াকো নিশ্চিতভাৱে জানে যে ৰেখাই এই ঘটনাটোৰ কথা ৰঞ্জিতক ক'ব নোৱাৰে, ক'লে দীপকৰ লগত ৰঞ্জিতৰ বন্ধু বিচ্ছেদৰ দৰে সাধাৰণ ঘটনা এটা হ'ব, কিন্তু ৰেখাই হেৰুৱাব লাগিব স্বামী, স্বামীৰ প্ৰেম আৰু তাইৰ মৰমৰ সংসাৰ।

কিন্তু ৰেখাই ৰঞ্জিতক সকলো কৈ দিলে। তাই ৰঞ্জিতক ফাঁকি দি ঘৰ কৰিব নোৱাৰে।

অঞ্জলিক ৰেখাই কৈছিল ঃ "অঞ্জলি, মোৰ নিজৰ প্ৰতি যিমান দুখ লাগিছিল, ৰঞ্জিতৰ প্ৰতি বেছি লাগিছিল। তেওঁ কি ভয়ানক নৰক-যন্ত্ৰণাত ভুগিছিল মই ভালকৈ বুজিছিলোঁ। আমাৰ দুয়োৰো সেই যন্ত্ৰণাৰ ইতিহাসৰ বৰ্ণনা তুমি শুনিব নালাগে। কেৱল পাছত কি হ'ল শুনা। লাহে লাহে ৰঞ্জিতে মোক সহ্য কৰিব নোৱাৰা হৈ আহিছিল। তেওঁ ৰাজনীতিত আৰু বেছি ব্যস্ত হৈ পৰিছিল। সেই ৰাজনীতিক কেন্দ্ৰ কৰিয়ে আমাৰ ঘৰলৈ বহুতো পুৰুষ আৰু মহিলা কৰ্মীৰ আহ-যাহ আছিল। তাৰে ভিতৰত জবা নামেৰে এজনী শিক্ষিতা আৰু সুন্দৰী তিৰোতাও আছিল। ৰাজনীতিত লাগি থাকি জবাই তেতিয়ালৈকে বিয়া কৰোৱাৰ আহৰিয়ে উলিয়াব পৰা নাছিল। লাহে

লাহে মই মন কৰিবলৈ ধৰিলোঁ যে জবাৰ লগত ৰঞ্জিতৰ খুব ঘনিষ্ঠতা বাঢ়িছে । এদিন দেখিলোঁ ৰঞ্জিতে জবাক দিবলৈ বুলি ৰাজনীতি-সম্পৰ্কীয় কিতাপ এখন কিনি আনি ভিতৰত এইদৰে লেখি উপহাৰ দিছে—'জীৱনকে যে মেয়ে অত্যন্ত পবিত্ৰতা আৰ নিষ্কলুষতা দিয়ে ভালোবেসেছে—' তাৰ পাছত খুব ডাঙৰ ৰাজনীতিক এজনৰ ভাল ভাল কথা কিছুমানৰ উদ্ধৃতি এটা লেখি দিছে— জবা নামটো তেওঁ অতি যত্নেৰে আৰু অতি প্ৰেমেৰে লেখিছে, কাৰণ তাত কেইবাবাৰো কলম বুলোৱাৰ চিন আছে । কিতাপখন মোৰ চকুত পৰক বুলিয়েই নেকি ৰঞ্জিতে এনে এঠাইত থ'লে যে মোৰ চকুত পৰিব গ'ল ।

"অঞ্জলি, জবা ভাল নে বেয়া, পবিত্ৰ নে অপবিত্ৰ মই নাজানো । মই আন এটা কথা তোমাক কওঁ । আমাৰ ঘৰৰ ওচৰত মানুহ এজন আছিল, তেওঁ মুখেৰে ঘৈণীয়েকক খুব ভালপায় বুলি কয় কিন্তু বেচেৰী বেমাৰী ঘৈণীয়েক-জনীক ল'বলগীয়া যত্ন অলপো নলয় । মই ইমান হৃদয়হীন মানুহ দেখা নাছিলোঁ । যিহওক, কিছুদিন পাছত মানুহজনৰ সম্পৰ্কীয় ভায়েক এজন আহি তেওঁৰ ঘৰতে থাকি চাকৰি কৰিবলৈ ধৰিলে । মই মানুহঘৰৰ দৃশ্যবোৰ আমাৰ ওখ ঘৰটোৰ পৰা মাজে মাজে দেখি পেলাওঁ । তেনে দেখাৰ পৰা বুজি পালোঁ যে এই সম্পৰ্কীয় দেওৰেকজনৰ বৌৱেকৰ প্ৰতি বেছ প্ৰীতিৰ ভাৱ জাগি উঠিছে আৰু বৌৱেকেও বোধহয় নিষ্ঠুৰ স্বামীৰ ব্যৱহাৰত উত্যক্ত হৈ আগন্তুকৰ প্ৰতি আকৰ্ষিত হ'বলৈ ধৰিছে । এদিন দেখিলোঁ—আগন্তুকে মানুহজনীৰ হাতত ধৰিলে আৰু দুয়ো দুয়োৰো মুখলৈ কিছুপৰ হাঁহি হাঁহি চাই থাকিল । মই সাধু মহাত্মা নহয় অঞ্জলি, গতিকে সেই ঘৰৰ ফালে নিজক কঠোৰ শাসন কৰা সত্ত্বেও নেচাই নোৱাৰা হ'লোঁ । আগন্তুক আৰু মানুহজনীক আৰু এদিন দেখিলোঁ ওচৰা-উচৰিকৈ বহি আছে আৰু আগন্তুকে মানুহজনীৰ হাত এখনত ধৰি মৰমেৰে পিহি আছে । কোৱা বাহুল্য, এনেবোৰ সময়ত ঘৰত গৃহস্থ বা ল'ৰা-ছোৱালী নাথাকে । যিহওক—মোৰ ধাৰণা তেওঁলোকৰ সম্পৰ্ক সেইখিনিতে আবদ্ধ আছিল আৰু মই মানুহজনীক সহানুভূতিৰ চকুৰেই চাইছিলোঁ কাৰণ বেচেৰীয়ে গিৰিয়েকৰ কোনো যত্ন নেপায়, কেৱল অতি অনাদৰ অৱহেলা পায় । কিন্তু সেইবুলি মই মানুহজনীক নৈতিকতাৰ উচ্চ আসনতো বহুৱাব নোৱাৰোঁ, নৈতিকতাৰ পিনৰ পৰা তেওঁৰ স্থান নিম্ন শাৰীত, কাৰণ গিৰিয়েকক গোপন কৰি তেওঁ প্ৰেম কৰিছে ।

"এই অদৰকাৰী যেন লগা ঘটনাটো তোমাক কিয় ক'লোঁ, এতিয়াই বুজিবা অঞ্জলি । মই জবালৈ লেখা উছৰ্গাৰ কথাখিনি পঢ়িলোঁ—আৰু তুমি নিশ্চয় অনুমান কৰিব পাৰিছাই যে মোৰ হৃৎপিণ্ডত যেন কোনোবাই ছুৰি এখন



বহুৱাই দিলে । মই আঘাতত স্তব্ধ হ'লোঁ কেৱল ঈৰ্ষাৰ কাৰণেই নহয়, মই মৰাৰ দৰে হ'লোঁ তাৰ অন্তৰালত থকা ৰঞ্জিতৰ মোৰ প্ৰতি অনুচ্চাৰিত ইংগিতত । অঞ্জলি, তুমি নিশ্চয় ৰবীন্দ্ৰনাথৰ 'সাধাৰণ মেয়ে' নামৰ কবিতাটো পঢ়িছা, তাত এটা বাক্য আছে—"একটা তুলনাৰ সংকেত ওৰ চিঠিতে অদৃশ্য কাঁটাৰ মতো, আমাৰ বুকেৰ কাছে বিঁধিয়ে দিয়ে জানায়—আমি অত্যন্ত সাধাৰণ মেয়ে' । মোৰ ক্ষেত্ৰত যেনিবা 'চিঠি' নহয় উছৰ্গা, আৰু সাধাৰণ নহয় 'অপবিত্ৰ' প্ৰযোজ্য হ'ব ।

"সিদিনা ৰাতি মই ৰঞ্জিতক আমাৰ ওচৰৰ আগন্তুক আৰু মানুহজনীৰ ঘটনাটো কৈ সুধিলোঁ—সেই বিষয়ে তেওঁৰ মতামত কি, সেই মানুহজনীক তেওঁ কি চকুৰে চায়, জবালৈ লেখা উছৰ্গাৰ কথা কোনো উল্লেখ নকৰি সুধিলোঁ সেই মানুহজনীয়ে জীৱনক কেনে ধৰণে ভালপায় বুলি তেওঁ ভাবে । ৰঞ্জিতে গহীনভাৱে উত্তৰ দিলে—'জীৱনক তেওঁ পবিত্ৰভাৱেই ভালপায়, কাৰণ তুমি নিজেই কৈছা যে তেওঁ সাংঘাতিক বেয়া কাম একো কৰা নাই । বেচেৰীয়ে পশুতুল্য গিৰিয়েকৰ লগত পৰি জীৱনক সৎভাৱে ভাল পাব নোৱাৰিলে, কিন্তু এতিয়া পাৰিব' । অঞ্জলি, মই মোৰ কান্দোনক কোনো ৰকমে হেঁচা দি থৈ দুৰ্বল মাতেৰে সুধিলোঁ—'ৰঞ্জিৎ, মোৰ সততাৰ কি তোমাৰ ওচৰত কোনো মূল্য নাই ? মই তোমাৰ পৰা গোপন কৰিলেতো তুমি মোৰ এই ঘটনাটো কোনোদিনেই নাজানিলাহেঁতেন ?' ৰঞ্জিতে ক'লে—'কিবা নহয় কিবা প্ৰকাৰে এদিন জানিলোঁহেঁতেন, কাৰণ পাপ কথা কেতিয়াও গোপন নাথাকে । আৰু সততা-চততা সেইবোৰ ডাঙৰ কথা তুমি মুখত নানিবা । সেইবোৰ কিতাপত পঢ়িবলৈ ভাল, আনৰ জীৱনত শুনিবলৈ—' ।

"কিন্তু অঞ্জলি, মই এতিয়া ভাবোঁ যে মই বোধহয় গোপন কৰাই ভাল আছিল, গোপন কৰিলে কাৰো লোকচান নহ'লহেঁতেন, কিন্তু দুটা জীৱনৰ লাভ হ'লহেঁতেন । 'শ্যামা' নাটকত সখীসকলে বাৰ বাৰ শ্যামাক সাৱধান কৰি কৈছিল—'সখী তুই নীৰবে থাকিস, তোৰ প্ৰেমেৰ যে কাঁটা, আপন বুকে বিঁধিয়ে ৰাখিস'—কিন্তু শ্যামাৰ পাপ গোপন হৈ নেথাকিল, আৰু তাইৰ আৰু বজ্ৰসেনৰ জীৱন ধ্বংস হৈ গ'ল । কিন্তু মই বোধ হয় মোৰ পাপ গোপনে ৰাখিব পাৰিলোঁহেঁতেন, মই বোধহয় কাঁইটডাল অকল নিজৰ বুকুতে বিন্ধাই ৰখা উচিত আছিল, মই বোধহয় আচল সততাতকৈ সততাৰ আত্মম্ভৰিতা বেছিকৈ দেখুৱাই মোৰ হৃদয়হীনতাৰেই পৰিচয় দিলোঁ আৰু তাৰ দ্বাৰা ৰঞ্জিতৰ জীৱন ছাৰখাৰ কৰি দিলোঁ । কিন্তু এটা কথা অঞ্জলি, এই কথাটোত মোৰ মনত সংশয় থাকিলেও গোপনতাৰ এটা কথাত কিন্তু মোৰ কোনো সংশয়

নাই। মই যদি স্বামীৰ প্ৰতি প্ৰেম হেৰুৱালোঁহেঁতেন ( স্বামীৰ দোষতেই হওক বা যি কাৰণতেই নহওক ) আৰু আন পুৰুষৰ প্ৰতি আকৃষ্ট হ'লোঁহেঁতেন, তেন্তে লগে লগেই স্বামীক সেই কথা কৈ দিলোঁহেঁতেন, তাৰ ফলাফলে যি সৰ্বনাশেই নামাতক কিয়। মই স্বামীৰ লগত ঘৰ-সংসাৰ কৰি থাকি কোনো পুৰুষৰ লগত গোপন প্ৰেম কৰিব নোৱাৰিলোঁহেঁতেন—লাগে মোৰ স্বামী অতি অত্যাচাৰী, নিষ্ঠুৰ, পৰস্ত্ৰীগামী হওক, লাগে মোৰ সেই প্ৰেম প্লেটনিকেই হওক। তেনে গোপনীয়তাক মই নৈতিকভাৱে বৰ অপবিত্ৰ কাম বুলি ভাবোঁ। তাৰ নাম বিশ্বাসঘাতকতা, তাৰ নাম মানসিক কাপুৰুষতা, তাৰ নাম মানসিক অশুচিতা। কিন্তু কোনোবাই যদি তেনেকুৱা গোপনে প্ৰেম কৰা তিৰোতাক তেওঁৰ অন্যান্য নানা ভাল গুণৰ বাবে কয় যে সেই তিৰোতাই জীৱনটোক অতি পবিত্ৰভাৱে ভালপায়, তেন্তে মই ক'ম ( আৰু মই ভাবোঁ আন যুক্তি-বুদ্ধি থকা মানুহেও ক'ব ) যে সেই মানুহজনৰ বিচাৰ অন্ধ, কিবা কাৰণে আবেগ-চালিত আৰু যুক্তি বৰ্জিত।"

অঞ্জলি এইবাৰ প্ৰচণ্ড খঙত ফাটি পৰিছিল। তাইৰ মুখ বিকৃত হৈ গৈছিল আৰু উত্তেজনাৰ কঁপা কঁপা মাতেৰে প্ৰায় চিঞৰি উঠিছিল, "আৰু তাৰ পাছতো তুমি সেইজন মানুহৰ পুতৌৰ পাত্ৰী হৈ তেওঁৰ ভৰিত পৰি থাকিলা। তাৰ পাছতো তেনেকুৱা যুক্তিহীন বিচাৰৰ মানুহ এজনৰ দয়া ভিক্ষা কৰি ৰ'লা। আই হেট্ ইউ বেথাদি! তুমি সঁচাকৈয়ে ৰবীন্দ্ৰনাথৰ সেই 'অত্যন্ত সাধাৰণ মেয়ে'। অলপ আগতে দেখোন খুব চিত্ৰাংগদা আওৱাবলৈ গৈছিলা—তেওঁৰ আত্ম-ধিক্কাৰখিনি যে আপোন কৰি ল'ব পাৰিলা তেওঁৰ অহংকাৰখিনি কিয় আপোন কৰি ল'ব নোৱাৰিলা, কিয় চিত্ৰাংগদাৰ দৰে ক'ব নোৱাৰিলা—'যদি বুক ফেটে মৰি তবু আমি আমি ৰব' ?

বেথাৰ চকুহাল আকৌ সজল হৈ উঠিছিল, তেওঁ অঞ্জলিৰ পিনে অতি মৰমেৰে চাই তাইৰ হাত এখনত ধৰি কৈছিল: "অঞ্জলি, তোমাক অলপ আগতে কৈছিলোঁ নহয় তোমাক দেখিলে মোৰ এটা অদ্ভুত ফ্ৰেশ্বু ফিলিং জাগে, মই যেন মোৰ এৰি অহা অতীত জীৱনটো আকৌ তোমাৰ মাজত বিচাৰি পাওঁ। অঞ্জলি, শেলীৰ 'ওড্ টু ওৱেষ্ট উইন্ড'টো পঢ়িছানে ? তাত আছে—

A heavy weight of hours has
chain'd and bow'd
One too like thee : tameless, and swift,
and proud".



"মানুহৰ বয়স হৈ অহাৰ লগে লগে সৰু কালৰ অদমনীয় স্পিৰিটটো আৰু নাথাকে অঞ্জলি।"

অঞ্জলিৰ এইবাৰ খং আৰু দুখত প্ৰায় চকুপানী ওলাল।

"মই তোমালোক বয়স হোৱা মানুহবোৰক হেট্ কৰোঁ, যি মানুহবোৰৰ অন্যায়ৰ বিৰুদ্ধে থিয় দিয়াৰ ক্ষমতা লোপ পাই গৈছে সেই মানুহবোৰক মই হেট্ কৰোঁ, যি সময়ে মানুহবোৰৰ স্পিৰিটবোৰক শিকলিৰে বান্ধি পংগু, অথৰ্ব কৰি পেলাইছে সেই সময়কো মই হেট্ কৰোঁ বেথাদি! আচলতে মই এই গোটেই জগতখনকে হেট কৰোঁ। তোমাৰ কাহিনী শুনি আজি মই খঙত পাগল হৈ গৈছোঁ।...বেথাদি তুমি কিয় কম্প্ৰ'মাইজ কৰিবলৈ গ'লা? কি লাভ হ'ল তোমাৰ বঞ্চিতবাবুৰ ভৰি চেলেকি পৰি থাকি? অৱশেষততো খেদা খালাই আৰু অকল খেদা খোৱাই নহয়—ইউ হেড্ বিন্ ৰিপ্লেছড্ বাই এনাদৰ ৱ'মেন্!...বেথাদি, বেথাদি, মই হোৱা হ'লে পাগল হৈ গ'লোঁহেঁতেন, মই হোৱা হলে সমস্ত পৃথিৱীৰ বিৰুদ্ধে কালীমূৰ্তি ধাৰণ কৰি থিয় হৈ প্ৰচণ্ড বিদ্ৰোহ কৰিলোঁহেঁতেন। উস্!"

বেথাৰ কথাবোৰ আজি আকৌ নতুনকৈ এফালৰ পৰা মনত পৰি যোৱাত অঞ্জলিৰ বুকুখন আৰু এবাৰ গুমৰি উঠিল। পাগলাদিয়াৰ পাৰৰ সন্ধিয়াৰ অদ্ভুত আৰু অপাৰ্থিৱ নিশব্দ ঘনায়মান ছায়া আৰু তাইৰ মনৰ বিষাদৰ ছায়া যেন একীভূত হৈ গ'ল। তাইৰ মনলৈ আহিল বাৰ্নাৰ্ড শ্বৰ 'ছেন্ট জোৱান' নাটকৰ শেষৰ আকুতিখিনি আৰু তাইৰ মনটোৱেও যেন একেদৰে নিঃশব্দে আৰ্তনাদ কৰি কৈ উঠিল: "হে ভগবান, প্ৰকৃত ভাল আৰু বেয়াৰ পাৰ্থক্য বুজিবলৈ আমাৰ মনবোৰ কেতিয়া প্ৰস্তুত হ'ব ?"

অঞ্জলিক অদ্ভুত এক মানসিক ক্লান্তিয়ে হেঁচা মাৰি ধৰিলে আৰু তাই নৈৰ পাৰৰ শুকান ধপ্‌ধপীয়া বগা বালিতে বাগৰি পৰিল।

"বিমলা, মোৰ কি ভাগ্য যে আমাৰ পিতাই সিপাৰত ঘৰ নেবান্ধি ইপাৰত বান্ধিব। সিপাৰত ওখ গৰা, ইপাৰত এই বহল বালি—কি যে সুন্দৰ আৰু বিশাল আশ্ৰয়!"

আকাশত এটা দুটাকৈ তৰা ওলাব ধৰিছিল। শুই শুই সেই আকাশলৈ চাই অঞ্জলিৰ মনে আকৌ বেথাৰ ওচৰলৈ যাব ওলাল, কিন্তু তাই আচৰিত হৈ দেখিলে যে বেথা নহয়, তাইৰ অজ্ঞাতসাৰেই তাইৰ সেই মন গৈ কেতিয়া পটেশ্বৰী নামৰ মানুহজনীৰ ওচৰলৈ ঢাপলি মেলিছে তাই ক'বই পৰা নাছিল। আৰু এজনী হিষ্ট্ৰি থকা তিৰোতা।—সেই অপৰূপ সুন্দৰ, ক্লান্ত আৰু কৰুণ মুখখনৰ অধিকাৰিণী মানুহজনীৰ অতীতত লুকাই থকা সেই হিষ্ট্ৰি বা কি!

॥৭॥

পটেশ্বৰীৰ যেতিয়া জন্ম হ'ল—মাক-দেউতাকে বেছ ভাবি-চিন্তিয়ে তাইৰ সেই নামটো দিছিল। জন্মৰ পাছত কোনো কেঁচুৱাকে বোধহয় ইমান সুন্দৰ নেদেখি, কিন্তু পটেশ্বৰী উপজিয়েই যেন সৌন্দৰ্যৰাণী হৈ উপজিল। এনে ৰূপ লৈ ছোৱালী ভৱিষ্যতে যাৰে-তাৰে ঘৰত নপৰে, এই ৰূপে তাইক কোনোবা ধনী মানুহৰ ঘৰত ৰাজৰাণী কৰিব। গতিকে মাক-দেউতাকে বহুত ভাবি-চিন্তি জীয়েকৰ নাম ৰাখিলে পটেশ্বৰী।

পিছে সেই ৰূপে যে তাইক পথৰ ভিখাৰিণীও কৰিব পাৰে, সেই ভাবটো মাক-দেউতাকৰ মনলৈ এবাৰো নাহিল। বঙালীত কথা এষাৰ আছে বোলে 'অতি বড়ো ৰূপসী না পায় বৰ, অতি বড়ো ঘৰণী না পায় ঘৰ'। পটেশ্বৰীৰ জীৱনত সেই প্ৰবাদ বাক্যটো অতি সত্য প্ৰমাণিত হ'ল।

বাথানঘাটত পাগলাদিয়া নৈৰ পাৰতে ৰমেশ ছেৰাউগী নামৰ মাৰোৱাৰী এজনে এখন গেলামালৰ দোকান খুলিছিল। আচলতে ৰমেশ ছেৰাউগীৰ ঘাই দোকান আছিল নলবাৰীত, বাথানঘাট গাঁৱত তেওঁ তাৰ সৰু শাখা হিচাপেহে দোকানখন খুলিছিল; সেই ঠাইডোখৰ ব্যৱসায়ৰ ফালৰ পৰা খুব লাভজনক কেন্দ্ৰ হৈ পৰিব বুলি তেওঁ বেপাৰী দূৰদৰ্শিতাৰে খুব ভালকৈ বুজি পাইছিল; গাখীৰ, দৈ আদিৰ বাবে বাথানঘাটলৈ নানা ঠাইৰ পৰা মানুহ দুনুহ আহে, বাথানঘাটৰ ওচৰেদি নলবাৰীলৈকে ঘাই চৰকাৰী আলিটো গৈছে — বাথানঘাট — ঢলকুছি — পাগলাদিয়াৰ দুয়োপাৰে দুখন গাঁও, গতিকে বাটৰুৱা গ্ৰাহকৰ উপৰিও গাঁৱৰ গ্ৰাহক কম নহ'ব।

ৰমেশ ছেৰাউগীৰ হিচাপত কোনো ভুল হোৱা নাছিল। তেওঁৰ সৰু গেলামালৰ দোকানখন বাঢ়ি গৈ গৈ এখন ছুপাৰ মাৰ্কেটৰ দৰেই হৈ পৰিছিল। এতিয়া তেওঁৰ দোকানত আলু-ডাইল-তেল নিমখৰ উপৰিও কাপোৰ-কানি, এলুমিনিয়ামৰ বাচন-পত্ৰ—সকলো বস্তুকে পোৱা যায়। আগেয়ে গাঁও দুখনৰ মানুহবোৰ কাপোৰ-কানি, হাড়ি-কেৰাহী আদিৰ বাবে নলবাৰীলৈ যাবলগীয়া হৈছিল, এতিয়া আৰু সেই কষ্ট কৰিব নেলাগে, ঘৰৰ কাষতে সেইবোৰ বস্তুৰ দোকান হৈ গ'ল।



পিছে ৰমেশ ছেৰাউগীৰ সেই সাহায্য গাঁৱৰ এজন মানুহৰ বাবে ডাঙৰ বজ্ৰাঘাতৰ দৰে হ'ল। সেই মানুহজন হ'ল বাকলু। বাকলুৰে গেলামালৰ দোকানৰ পৰাই গাঁৱৰ মানুহে অতদিনে মালপত্ৰ খাই আছিল, কিন্তু এতিয়া ৰমেশ ছেৰাউগীৰ টাট্‌কা নতুন ডাইল আলু তেল থাকোঁতে বাকলুৰ ভেঁকুৰে ধৰা পোক লগা বস্তু কোনে কিনিবলৈ যাব? অৱশ্যে ঢলকুছিৰ মানুহে নৈ পাৰ হৈ যোৱাতকৈ নৈৰ ইপাৰেই থকা বাকলুৰ দোকানৰ পৰা এতিয়াও নিমখ কণ, তেলকণ কিনে। কিন্তু সিপাৰত কথা থাকিলে তেতিয়া আৰু বাকলুৰ দোকানৰ পৰা বস্তু নিকিনি মানুহবোৰে ৰমেশ ছেৰাউগীৰ ডাঙৰ দোকানৰ পৰাই ভাল বস্তু কিনি লৈ আহে।

শেষত মাৰোৱাৰী ব্যৱসায়ীৰ লগত প্ৰতিযোগিতাত বাকলু আৰু তিষ্ঠি থাকিব নোৱাৰিলে। অথচ তেওঁৰ মাটিৰ নামত অকণো মাটি নাই। কামৰূপৰ নলবাৰী অঞ্চল অতি ঘন বসতি পূৰ্ণ অঞ্চল, ক'তো ছন পৰি থকা এধানিও মাটি নাই যে কোনোবা মাটিহীন মানুহে তাক খেতিৰ উপযোগী কৰি ল'ব। এই এটা কাৰণতো উজনীৰ অঞ্চলৰ খেতিয়কতকৈ কামৰূপ অঞ্চলৰ খেতিয়কৰ অৱস্থা বহুত বেছি দুৰ্দশাগ্ৰস্ত। উজনীৰ মানুহ চাপৰি ভাঙি খেতি কৰে, হাবি কাটি খেতি কৰে, কিন্তু নামনিত মাটি অতি দুষ্প্ৰাপ্য।

এতিয়া বাকলু মহা বিপদত পৰিল। মাজতে বাণো চহৰৰ পৰা আহোঁতে তাকেই হাতে-ভৰিয়ে ধৰি চাইছিল—প্ৰেছতে তাকো মুৰ গুজিৰ পৰা কিবা এটা সংস্থান কৰি দিব পাৰে নেকি। বাকলুৰ বাবে বাণোৰ অন্তৰত খুব পুতৌ জাগিছিল, কিন্তু সি নিজেই বা তাত কি এনে ডাঙৰ চাকৰি কৰে যে আনক চাকৰি দিব। তাৰোপৰি বাণোৰ মনত এটা খুব কমপ্লেক্স আছিল—সি সদায় প্ৰাণপণ চেষ্টা কৰিছিল কোনোৱেও যাতে তাৰ চাকৰিৰ আচল স্বৰূপটো গম নেপায়।

তেনেস্থলত গাঁৱৰ মানুহ এজন গৈ সেই প্ৰেহত চাকৰি ল'লে তাৰ সকলো ভেদ ভাঙি নেযাবনে?

ইমান দিনে যে সি নিজকে মেনেজাৰৰ দৰে ডাঙৰ কাম কৰা বুলি সকলোকে কৈ আহিছে, সেই ভেদ ভাঙি নেযাবনে?

তথাপিও চহৰলৈ ওভতাৰ সময়ত বাণোৱে বাকলুক আশ্বাস দি গ'ল যে সি গৈ পাই মালিকক কৈ চাব, কিন্তু বাকলুৱে যেন তাকে ভৰসা কৰি হাত সাৱটি নেথাকে, কাৰণ সি যতদূৰ জানে, বৰ্তমান প্ৰেছত কোনো চাকৰি খালী নাই।

খালী থ'কা হলে বাণোৱে মালিকক কৈ সেই চাকৰি নিশ্চয় বাকলুক দিব পাৰিলেহেঁতেন, মালিকে জানো বাণোক অলপ মৰম কৰে?

বাকলুৰে স'চায়ে বাণোক ভৰসা কৰি বহি থকা নাছিল, কাৰণ ডাঙৰ অন্যান্য মানুহৰ দৰেই সিয়ো বাণোৰ ফিতাহি মৰা কথাৰ অন্তৰালত থকা আচল সত্যটোৰ অলপ ভু ৰাখিছিল।

গতিকে এদিন সি ঈশ্বৰকে ভৰসা কৰি হাতত দা এখন লৈ গুৱাহাটীলৈ বুলি যাত্ৰা কৰিলে।

প্ৰথমে গৈ সি হৰি কামলাৰ বাঁহাত উঠিব আৰু তাৰ পাছত সিয়ো তাত কামলা কাম কৰি জীৱিকা অৰ্জনৰ চেষ্টা কৰিব।

ঢলকুছি গাঁৱৰ পৰা চহৰলৈ প্ৰব্ৰজনকাৰীৰ তালিকাত আৰু এজনৰ নাম অন্তৰ্ভুক্ত হ'ল।

সেই ৰমেশ ছেৰাউগীৰে সুদৰ্শন ডেকা পুতেক পুজন ছেৰাউগী। মাৰোৱাৰী নিয়ম অনুযায়ী সি এজন বিবাহিত ডেকা হ'লেও দিল্লীৰ কলেজ এখনত বি-কমো পঢ়ি আলিছ। সেই পুজন এবাৰ পুজাৰ বন্ধত ৰাজস্থানৰ পৰা দেউতাকৰ কৰ্মস্থান নলবাৰীলৈ অকলে ফুৰিবলৈ আহিছিল। নলবাৰীৰ পৰা পুজন এবাৰ বাথানঘাটলৈও আহিল আৰু নলবাৰীতে সবহ দিন কটাবলৈ ঠিক কৰা ডেকাজনে বাথানঘাটতহে সবহ দিন কটালে। আচলতে মৰুতুল্য শুকান দেশ এখনৰ পৰা অহা ল'ৰাজনক প্ৰথম দৰ্শনত পাগলাদিয়াৰ পাৰৰ এই সেউজীয়া গাঁওখনৰ প্ৰাকৃতিক দৃশ্যই খুব মুগ্ধ কৰিছিল। কিন্তু পিছলৈ পুজনৰ সেই মুগ্ধতা কেন্দ্ৰীভূত হ'ল পাগলাদিয়াত নাদুৰি-সাঁতুৰি থকা, কাষত ভৰা কলহ লৈ খোজত পদুম ফুল ফুলাই যোৱা পাগলাদিয়া পাৰৰ পাত-গাভৰু পটেশ্বৰীৰ সৌন্দৰ্যত।

পটেশ্বৰীহঁতৰ ওচৰত তেনেকৈ কোনো সমনীয়া ছোৱালী নথকাত পটেশ্বৰী অকলেই নৈলৈ আহিবলগাত পৰে। বাপেক দুখীয়া গাঁৱলীয়া খেতিয়ক, ঘৰত ভাল পুথুৰী নাই, গতিকে পাগলাদিয়ালৈ গা ধুবলৈ, কাপোৰ ধুবলৈ বা পানী নিবলৈ নাহিলে উপায় নাই। মাক সংসাৰৰ দহোবনত ব্যস্ত হৈ থাকে, গতিকে এইবোৰ কাম পটেশ্বৰীয়ে নকৰিলে উপায় নাই। তাৰোপৰি ঢলকুছি গাঁৱৰ মানুহবোৰ এটা পৰিয়ালৰ দৰেই, গাঁৱলীয়া সমাজ তেনেকুৱা হয়েই, গতিকে সেই পৰিবেশত ডাঙৰ-দীঘল হোৱা ডেকা গাভৰুৰ কাৰো সাধাৰণতে পৰস্পৰৰ পৰা কোনো বিধিনি নহয়। গাঁৱৰ ল'ৰা-ছোৱালীৰ ঘৰতকৈ বাহিৰৰ প্ৰকৃতিৰ লগত জীৱনৰ এনেকুৱা সম্পৰ্ক যে, ঘৰৰ চালিৰ তলত ডাঙৰ-দীঘল হোৱাতকৈ সিহঁত মুক্ত প্ৰকৃতিৰ কোলাত



উদাৰ আকাশৰ তলতহে বেছিভাগ সময় লালিত-পালিত হয় বুলি ক'ব পাৰি। তেনে অৱস্থাত সৰুৰে পৰাই গাঁৱৰ ল'ৰা-ছোৱালীবোৰে পৰস্পৰৰ ঘনিষ্ঠ সান্নিধ্যত ইমান বেছি সময় কটাবলগীয়া হয় যে সিহঁতৰ সম্পৰ্ক ভাই-ভনীৰ দৰেই হৈ পাৰে। যৌৱনৰ লগে লগে কাৰোবাৰ মনলৈ কিবা ভাবান্তৰ আহে যদিও সি সাধাৰণতে কোনো সৰ্বনাশ নঘটায়, সেই ভাবান্তৰে ল'ৰাৰ ক্ষেত্ৰত এনে ক্ৰিয়া কৰে যে সি মৰমৰ ছোৱালীজনীৰ কিবা অপকাৰ কৰাতকৈ তাইক আৰবিহে ৰাখিব খোজে।

অন্ততঃ মনত পৰাৰ দিনাৰে পৰা ঢলকুছি গাঁৱৰ মুক্তভাৱে আৰু নিঃসংকোচে মিলামিছা কৰা ল'ৰা-ছোৱালীবোৰৰ মাজত কোনো দিন কোনো দুৰ্ঘটনা নাছিল। গতিকে পটেশ্বৰীৰ প্ৰতি যে অতি সাৱধানী চকু ৰাখি চলা উচিত তেনেকুৱা ভাব তাইৰ হোজা মাক-বাপেকৰ মনত কেতিয়াও খেলোৱাই নাছিল। তথাপি পটেশ্বৰী নৈৰ ঘাটলৈ ঠিক অকলে নগৈছিল, ওচৰৰ ভদীয়াহঁতৰ সাত বছৰীয়া ল'ৰা যতীনকে লগত লৈ তাই নৈলৈ গৈছিল।

কিন্তু পাছত যতীন থাকিও নথকাৰ দৰে হৈছিল, যেতিয়া পটেশ্বৰীৰ লগত পুজনৰ গোপনে পাগলাদিয়াৰ পাৰত দেখা-সাক্ষাৎ হৈছিল। অসৎ কামলৈ ঠেলিবলৈ ধনৰ দৰে শক্তিশালী অস্ত্ৰতো আৰু খুব বেছি একা নাই, সেই ধন পুজনৰ মোনা ভৰি আছিল। যতীনে পহৰাদাৰী আৰু গোপনতা অৱলম্বনৰ বাবে দিনে এটকাকৈ পাবলৈ ধৰিলে, তাৰ পাছত তাৰ সেই আয় বন্ধ হ'ল যেতিয়া এদিন নিশা পাগলাদিয়াৰ পাৰৰ পৰা পুজনে পটেশ্বৰীক পলুৱাই নিলে। ঢলকুছি, বাথানঘাট আৰু ওচৰ-পাঁজৰৰ গাঁওবোৰৰ অতীত ইতিহাসত কোনোদিন নঘটা দুৰ্ঘটনা এটা ঘটি গ'ল। সুন্দৰী পটেশ্বৰীৰ ওপৰত কেবাজনো ডেকা ল'ৰাৰ বহুত দিনৰ পৰাই মৰমৰ চকু পৰি আছিল।

কিন্তু সেই সকলোবোৰৰ ওপৰতে টেক্কা মাৰি সুদূৰ ৰাজস্থানৰ মাৰোৱাৰী ল'ৰা পুজন ছেৰাউগীয়ে ঢলকুছিৰ সৌন্দৰ্যৰাণীক হৰণ কৰি লৈ গুচি গ'ল।

বেচেৰী পটেশ্বৰীয়ে আশা কৰিছিল যে পুজনে তাইক নিজৰ দেশলৈ লৈ যাব আৰু সেই দেশৰ নিয়ম অনুযায়ী তাইক বিয়া কৰাব। কিন্তু বেচেৰী পটেশ্বৰীয়ে এই কথা নেজানিছিল যে মাৰোৱাৰী ল'ৰাবোৰৰ খুব সৰুতে বিয়া হয়, পুজনৰো খুব সৰুতে বিয়া হৈছিল আৰু তাইৰ এই ৰোমিঅ'জন বৰ্তমান এজনী ছোৱালীৰো বাপেক।

গতিকে পুজনে পটেশ্বৰীক ৰাজস্থানলৈ নিনি গুৱাহাটীৰ এখন অখ্যাত হোটেললৈ নি তাত লুকাই থাকিলগৈ। বাথানঘাটৰ দোকানৰ পৰা চুৰ কৰি

নিয়া টকা-পইচাবোৰ এদিন যেতিয়া প্ৰায় খৰচ হ'ল আৰু পটেশ্বৰীৰ ওপৰত থকা প্ৰাথমিক লোভৰ উপশম ঘটিল, পুজনে তেতিয়া এদিন পটেশ্বৰীক হোটেলতে এৰি থৈ পলাই গ'ল।

এইবাৰ সি ৰাজস্থানমুখী ৰেলগাড়ীত উঠিল।

ঘৰত মাক আৰু ভৈণীয়েক আছে, ক্ষমা পোৱাটো তাৰ বাবে বিশেষ টান কথা নহ'ব।

তাৰ পাছত পটেশ্বৰীৰ যি অৱস্থা হ'ল তাতকৈও বেয়া অৱস্থা হ'ব পাৰিলেহেঁতেন, বা এনে অৱস্থাত পৰি বহুত ছোৱালীয়ে পতিতালয়ত আশ্ৰয় ল'ব লগা হোৱাৰ দৰে তায়ো হয়তো ল'ব লাগিলহেঁতেন। কিন্তু হোটেলত বহুত দিন ধৰি কাম কৰি থকা ছবিন নামৰ ডেকাটো পটেশ্বৰীৰ ৰূপত সেই কেইদিনতে সাংঘাতিক ভাবে মজি গৈছিল। পুজনহঁত থকা কোঠালীটোৰ ভাৰ আছিল তাৰেই ওপৰত আৰু পুজনে খুব বেছি গোপনীয়তা অৱলম্বন কৰি থকা বাবে কোঠালীৰ পৰা প্ৰায়ে নোলাইছিল, গতিকে চাহ-ভাতৰে পৰা আদি কৰি তামোল-ছিগাৰেটলৈকে সকলোবোৰৰ ছবিনেই যোগান ধৰিছিল। সেই কেইদিন ছেগ চাই ছবিনে পটেৰ লগত অলপ অকলশৰীয়াকৈ কথাও পাতিছিল। পুজন যেতিয়া বাথৰুম আৰু পায়খানালৈ যায়, তেতিয়া ছবিনে ইফালে-সিফালে চাই সুৰুংকৈ পটেশ্বৰীহঁতৰ কোঠালীত সোমাই পৰে। পটেশ্বৰীয়েও কথাটো খুব বেয়া নেপাইছিল, কাৰণ তাই এৰি অহা গাঁওখনৰ লগত সম্পূৰ্ণ যোগসূত্ৰ যেন এই ছবিনৰ বাবেই হেৰাই যাব পৰা নাছিল। ছবিন তাইৰ গাঁৱৰ ল'ৰা নহয়, কিন্তু সি কামৰূপৰ, তাইৰ দৰেই এখন গাঁৱৰ ল'ৰা, সি ডাঙৰ হৈছে তাইৰ দৰেই এটা পৰিবেশত, গাঁৱৰ সেই একে বতাহ-পানী-বোকা-ধাননিৰ গোন্ধ তাৰ গাতো লাগি আছে। গতিকে ঘৰৰ আশ্ৰয় এৰি এক অজান বিদেশী ল'ৰাৰ আশ্ৰয়ত নিজকে সম্পূৰ্ণভাৱে সঁপি দিয়া ছোৱালীজনীয়ে আকৌ ছবিনৰ ওচৰত আচাৰিত ধৰণৰ অইন এক আশ্ৰয় বিচাৰি পালে।

তাৰ পাছত পুজন পলাল।

দ্বিতীয়বাৰৰ বাবে পলাল পুজনলাল ছেৰাউগী।

প্ৰথমবাৰ পলাল এজনী ছোৱালীৰ লগত, দ্বিতীয়বাৰ পলাল সেই ছোৱালীজনীক এৰি। পটেশ্বৰীয়ে হিয়া ঢাকুৰি কান্দিবলৈ ধৰিলে, ছবিনে আহি সান্ত্বনা দিবলৈ ধৰিলে। সি বাহিৰত খুব দুখ প্ৰকাশ কৰিলেও তাৰ অন্তৰখন ভিতৰি আশাত উৎফুল্ল হৈ উঠিছিল। পুজনক সি তাৰ এক সাংঘাতিক প্ৰতিদ্বন্দ্বী হিচাপে গণ্য কৰি আহিছিল, বহুত হিন্দী ছিনেমা



চোৱা ছবিনে কল্পনাতে পুজনৰ লগত সেই ছিনেমাবোৰৰ বিখ্যাত 'ফাইটিং' বোৰ কৰি আহিছিল, কিন্তু এতিয়া বাস্তৱত বিনা ফাইটিঙেই সেই প্ৰতিদ্বন্দ্বী হাতৰ পৰা উদ্ধাৰ যোৱা নায়িকাজনীক লাভ কৰাৰ আশাত ছবিন উৎফুল্ল হৈ উঠিছিল। ছবিনে হোটেলৰ মালিকৰ হাতে-ভৰিয়ে ধৰি পটেশ্বৰীক এদিনৰ বাবে সেই কোঠালীটোত থাকিব পৰাৰ বন্দবস্ত কৰি দিলে, তাইক ভাত আনি দিলে, চাহ আনি দিলে আৰু ওচৰত বহি মাকৰ মৰমেৰে জোৰ কৰি কৰি কান্দি কান্দি বাউলি হৈ থকা ছোৱালীজনীক অলপ কিবা মুখত দিয়ালে।

প্ৰথমৰ দুখৰ আঘাতটো অলপ চম্ভালি লোৱাৰ পাছত পটেশ্বৰীয়ে খুব অসহায়ভাৱে ছবিনক সুধিছিল "ছবিন, মোৰ দশা ইতা কি হবো? ঘৰোত ফিৰি যাৱাবো দুৱাৰ বন্ধো, সেঁহাতে মোক কাটি টুকুৰা টুকুৰ কৰি পাগলাদিয়াত ভাহে দিবো। অ' ছবিন, তোমাৰ ভৰিত ধৰেঁা, মোক এই হোটেলোতে কিবা ৰাকনি-চাকনিৰ কাম এটা ঠিক কৰি দিয়া, মোক লাগে দৰমাহাও নালুগে, কেৱল পেটোৰ ভাত কেইটা আৰু থাকুবাৰ ঠাই এক দোখোৰ হলিই হৈ যাবো।"

ছবিনে তাৰ অলপ উজলা লেতেৰা দাঁত দুপাৰি উলিয়াই হাঁহিছিল আৰু পটেশ্বৰীলৈ সপ্ৰেম মধুৰ চাৱনি এটা দি কৈছিল—"অ' পটেশ্বৰী, কি দুখোত তুমি মই থাকাওঁতে চাকনি হবাহা? তুমি হবা মোৰ আচল পটেশ্বৰী; সি মাৰোৱাৰীৰ বেন্টাই তোমাক ঠগলাক্ যি ঠগলাক্ মই আছোঁ নহয়, মই তোমাক চিৰজীৱন এৰ ৰাণী কৰি ৰাখিম!" সেই বুলি কৈ ছবিনে অতি বীৰত্বেৰে তাৰ বুকুলৈ আঙুলি টোঁৱাই দেখুৱাইছিল।

কিন্তু পটেশ্বৰীয়ে সেই কথা শুনি সভয়ে শিয়ঁৰি উঠিছিল। তাইৰ মনৰ চকুৰ আগত লগে লগেই পুজনৰ অনিন্দ্যসুন্দৰ কান্তিৰ আৰু সুন্দৰ বেশ ভূষাৰ মনোহৰ চেহেৰাটো ভাহি উঠিছিল। দেৱতা আৰু দৈত্য! পুজন যদি দেৱতা হয় ছবিন তাৰ আগত দৈত্য। এই উজলা লেতেৰা দাঁত, ক'লা বৰণ, হাফ পেণ্ট পিন্ধি থকা ভৰিৰ বলাফুলত ওলাই পৰা খহু আৰু জপৰা চুলিৰে ছবিনটো পুজনৰ তুলনাত সঁচায়ে এটা দৈত্য। কিছুদিনৰ পৰা অৱশ্যে সি চুলিত তেল দি চুঁচি-মাজি নিমজটো হৈ আছে, হাফ পেণ্ট আৰু গেঞ্জিও আগৰ দৰে মলিন নহয়। তথাপিও পুজন যদি হয় আকাশৰ তৰা, সি হ'ল পৃথিৱীৰ বোকাৰ কিলবিলাই থকা পোক। নাই নাই, তাই কোনোমতেই নোৱাৰে, কোনোমতেই নোৱাৰে, এবাৰ আকাশ-বিহাৰ কৰাৰ পাছত কোনোমতেই পৃথিৱীৰ বোকাত লেটিপেটি হ'ব নোৱাৰে।

গুৱাহাটীত পাগলাদিয়া নাই, কিন্তু ব্ৰহ্মপুত্ৰ আছে।

তাই বৰং সেই ব্ৰহ্মপুত্ৰতে জাহ দি মৰিব।

গতিকে পটেশ্বৰীয়ে ছবিনৰ প্ৰেমৰ আহ্বানত স'হাৰি নিদি কান্দিবলৈ ধৰিলে আৰু ক'বলৈ ধৰিলে ঃ "ছবিন, মোক তুমি অন্যো কিবা উপায় দিবা পাৰা যদি দে, নহলি মই ব্ৰহ্মপুত্ৰতে জাহ দি মৰিম। তুমি মোক গ্ৰহণ কৰবা নালগে, মইও আৰু কাকো গ্ৰহণ কৰ্বা নৰো, মোৰ দেহা ছুৱা গৈছি, মন ছুৱা গৈছি, মোক অন্যো কিবা উপায় দে ছবিন, তোমাক মই ভাঁৰিত ধৰ্ছো ছবিন ......"

অন্য কিবা উপায় ছবিনে কৰিছিল।

সি তাৰ বীৰত্ব দেখুৱাইছিল—

তাৰ হৃদয়ে বিচৰা পথেৰে নহয়।

অন্য পথেৰে।

জালুকবাৰীত থকা গৃহহীন, আশ্ৰয়হীন তিৰোতাবোৰৰ আবাসস্থলত সি পটেশ্বৰীৰ আশ্ৰয়ৰ ব্যৱস্থা কৰি দিছিল।

অনভিজ্ঞা পটেশ্বৰীয়ে বুজিবই নোৱাৰিলে ছবিনে তাইক কি এক সাংঘাতিক মৃত্যুৰ মুখৰ পৰা উদ্ধাৰ কৰিলে, বুজিবই নোৱাৰিলে ছবিনৰ অবিহনে গুৱাহাটীৰ এক বীভৎস লোলুপতাই তাইৰ ধুনীয়া দেহটোক কেনেকৈ ছিন্নভিন্ন কৰি তাৰ প্ৰত্যেকটো অপৰূপ অংগ-প্ৰত্যংগকে ৰাক্ষসৰে দৰে গোগ্ৰাসে গিলি পেলালেহেঁতেন।



॥৮॥

জালুকবাৰীৰ ইঞ্জিনিয়াৰিং কলেজলৈ যোৱা পকী ৰাস্তাটোৰ বাঁওফালে শিল দিয়া সৰু ৰাস্তা এটা সোমাই গৈছে। কিছুদূৰ গৈ থকাৰ পাছত প্ৰথমতে পোৱা যায় অনাথ শিশুৰ আশ্ৰয় গৃহটো, তাৰ পাছত পোৱা যায় আশ্ৰয়হীনা তিৰোতাৰ আবাস ভৱনটো। এতিয়া ছবিনে আনি আশ্ৰয়হীনা পটেশ্বৰীক তাতে থ'লেহি।

প্ৰথম দিনা পটেশ্বৰীয়ে কান্দিয়েই কটালে। তাই যেন এইবাৰহে প্ৰকৃততে আশ্ৰয়হীনা হ'ল। এইবাৰহে যেন তাইৰ প্ৰথম বাৰৰ বাবে নিজৰ ঘৰৰ পৰা আশ্ৰয়চ্যুত হোৱাৰ প্ৰকৃত উপলব্ধি হ'ল, উপলব্ধি হ'ল যে নতুন ঘৰ পাতিবলৈ অহা ছোৱালীজনীয়েতো নতুন ঘৰ নেপালেই, পুৰণি ঘৰখনৰ পৰাও চিৰদিনৰ বাবে বিদায় ল'ব লগা হ'ল। পটেই হিয়া ধুনি কান্দি থাকিল, তাই যিটো কোঠালীত থাকিবৰ ঠাই পাইছিল, তাৰ বাকী সাতজনী আশ্ৰয়-হীনাই নিৰ্বিকাৰভাৱে নিজৰ কামে-কাজে ব্যস্ত হৈ থাকিল। সিহঁতে এনেকুৱা বিনিনি বহুত শুনিছে, নিজেও সিহঁতে প্ৰথম অৱস্থাত প্ৰায় এনেকৈয়ে বিনাইছিল ; গতিকে এতিয়া এইবোৰ গাত নালাগে।

যিহওক, কেইদিন মান যোৱাৰ পাছত পটেশ্বৰী অলপ চম্ভালি উঠিল। তাই কোঠালীৰ আটাইকেইজনী সংগিনীৰ লগতে চা-চিনাকী হ'ল আৰু সিহঁতৰ প্ৰত্যেকৰে জীৱন-বৃত্তান্তবোৰো গম পালে। পদুমী, ৰম্ভা, পাৰ্বতী গুদু, তাৰা, লক্ষ্মী আৰু সাৰদা। তাৰে ভিতৰত পাৰ্বতী, তাৰা, ৰম্ভা আৰু গুদু হ'ল বামুণৰ ছোৱালী, বাকী কেইজনী কলিতা আৰু কোঁচৰ ছোৱালী। অসমৰ বিভিন্ন ঠাইত সিহঁতৰ আদিতে ঘৰ আছিল। ভাগ্য আৰু যৌৱনৰ ষড়যন্ত্ৰই সিহঁতক সেই পিতৃগৃহবোৰৰ পৰা আশ্ৰয়চ্যুত কৰিছিল। শেষত চৰকাৰে ব্যৱস্থা কৰি দিয়া এই আশ্ৰয় গৃহটোত সিহঁতে আশ্ৰয় পাইছে, কিন্তু সিহঁতৰ লগৰ বহুতো একে পথৰ পথিক হৈ ওলাই অহা ছোৱালীয়ে কিন্তু সেই 'পথৰ ছোৱালী' হৈয়ে নতুন জীৱন আঁকোৱালি ল'বলগীয়া হৈছিল। এই পথভ্ৰষ্ট কোমল বয়সীয়া গাভৰুবোৰৰ বহুতে আশ্ৰয় পাইছিল নগৰে-চহৰে সিচঁৰতি হৈ থকা পতিতালয়বোৰত আৰু দুই-একে আশ্ৰয় পাইছিল অসমৰ বহুতো নৈৰ বুকুত। কিন্তু এটা কথা ঠিক যে এনেকৈ ঘৰ এৰি ওলাই অহা

ছোৱালীৰ পূৰ্বৰ জীৱনৰ মৃত্যু ঘটিলেও আচল মৃত্যুক বৰণ কৰিছিল খুব কম ছোৱালীয়েই। জীৱনত নিদাৰুণভাৱে ঠগ খায়ো সিহঁতে জীৱনৰ মোহ ত্যাগ কৰিব পৰা নাছিল। পটেশ্বৰীক মাজে মাজে ছবিনে দেখা কৰিবলৈ আহিছিল। সি পটেৰ ঘৰৰ মানুহ, সিয়ে তাইক ইয়াত থৈ গৈছে, গতিকে পটেক দেখা কৰাত তাৰ কোনো বাধা নাই।

ছবিন প্ৰথম অহাৰ দিনা পটেশ্বৰীৰ তাক দেখাৰ লগে লগে সৰু্সৰুকৈ চকুলো ওলাল, সঁচায়ে যেন ছবিন তাইৰ ঘৰৰ মানুহ। তাইৰ মুখৰ পৰা প্ৰায় ওলাই আহিছিল—"মোক এৰ পাৰা উলে লৈ চলা ছবিন"—কিন্তু লগে লগেই তাই নিজক সংযত কৰিছিল। ভিতৰৰ কিবা এটাই তাইৰ মুখত যেন হেঁচা মাৰি ধৰিছিল। চকুপানী মচি ছবিনৰ লগত সহজ হৈ কথা পাতিবলৈ আৰম্ভ কৰা পটেক যেতিয়া ছবিনে সুধিলে তাইৰ কেনে লাগিছে, পটেই যেন অলপ বেছি উৎসাহ দেখুৱায়ে ক'লে যে প্ৰথম প্ৰথম অলপ মন বেয়া লাগিলেও এতিয়া তাইৰ লাহে লাহে ভাল লাগি আহিব ধৰিছে. পিছলৈ যেতিয়া ইয়াৰ কাম-কাজবোৰত মনপুতি লাগিব পাৰিব, তেতিয়া নিশ্চয় আৰু ভাল লাগিব। তাৰ পাছত পটেই ছবিনৰ আগত তাইৰ ভৱিষ্যতৰ উজ্জ্বল ছবি এখন দাঙি ধৰিছিল; ইয়াত নানা ধৰণৰ শিক্ষা দিয়া হয়, তাঁত বোৱা, চিলাই কৰা, উল বোৱা, পুতলা সজা, চামৰাৰ বেগ আদি বনোৱা—হৰেক ৰকমৰ শিক্ষা দিয়া হয়। এনে শিক্ষা পোৱাৰ পাছত সিহঁত আৰু আশ্ৰয়হীনা হৈ থাকিব নালাগিব, পটেই উজ্জ্বল মুখ কৰি ছবিনক কৈছিল, সিহঁতে তাৰ পাছত চাকৰি কৰি বা আন কাজ-কাৰবাৰ কৰি নিজৰ ভৰিত নিজে থিয় দিব পাৰিব।

ছবিন কিন্তু পটেৰ উৎসাহৰ দ্বাৰা অলপো সংক্ৰামিত হ'ব পৰা নাছিল। নুশুনিলে নহয়—সি যেন তেনে এটা ভংগী কৰিহে ধৈৰ্য ধৰি শেষলৈকে তাইৰ কথা শুনিছিল আৰু তাইৰ ভৱিষ্যতৰ উজ্জ্বল ছবিখন দাঙি ধৰা শেষ হোৱাৰ লগে লগেই সি অন্য প্ৰসংগ উলিয়াইছিল। পটে যাৰ লগত আছে, সেই ছোৱালীবোৰ কেনে, সিহঁতে তাইৰ লগত ভাল ব্যৱহাৰ কৰি ছনে, সিহঁতনো ক'ৰ ক'ৰ ছোৱালী, কি কাৰণে ইয়াত আশ্ৰয় ল'বলগীয়া হ'ল—ইত্যাদি নানা কথাৰ প্ৰতিহে ছবিনৰ কৌতূহল বেছি প্ৰকাশ পালে। পটেৰো সেই কথাবোৰ কাৰোবাক ক'বলৈ মনটো উথল-মাথল লাগি আছিল, চলকুছি গাঁৱৰ কুঁৱাৰ ভেকুলি পটেশ্বৰীৰ বাবে এই নতুন জগতৰ বিচিত্ৰ কাহিনীবোৰ উদাৰ বহল সাগৰৰ নহ'লেওতো বিস্তৃত পচা বিল এখনৰ কাহিনী—এই অভিজ্ঞতাৰ ভাগ কাৰোবাক দিব নেপালে মনৰ পেটটো যে



অনবৰতে ফুলিয়ে থাকিব। গতিকে পটেশ্বৰীয়ে পৰম উৎসাহেৰে ছবিনৰ আগত পদুমী, ৰম্ভাহঁতৰ অতীত ইতিহাস বৰ্ণাবলৈ ধৰিলে আৰু ছবিনেও গোগ্ৰাসে সেই কথাবোৰ গিলিবলৈ ধৰিলে।

পদুমী নামৰ ছোৱালীজনী ক্ষেত্ৰীৰ ওচৰৰ, কামে কাজে কথাই বতৰাই বৰ চোকা ছোৱালী, দম্দুৰীও খুব। তাই হেনো ঘৰত মাহীমাকৰ অত্যাচাৰত থাকিব নোৱাৰি পোন্ধৰ বছৰ বয়সতে ওচৰৰ বঙালী ল'ৰা এটাৰ লগত পলাল। পলাই সিহঁত গুৱাহাটীলৈ আহিল আৰু দুদিনমান ৰেলৰ ষ্টেচনত পৰি থকাৰ পাছত এদিন ৰাতি ল'ৰাটো তাইক এৰি থৈ ক'ৰবালৈ গুচি গ'ল। তাইতো একেবাৰে অঠাই সাগৰত পৰিল, ঘৰলৈ উভতি যোৱাৰ বাট নাই, মাহীমাকে দুছোৱা কৰিব। শেষত এদিন কান্দি-কাটি ৰেল ষ্টেচনতে নোখোৱা নোলোৱাকৈ পৰি থাকি পিছদিনা পদুমী কামৰ সন্ধানত ওলাল। নানা ঠাইত প্ৰত্যাখ্যাতা হৈ শেষত যেনিবা এঘৰে তাইক ৰাখিলে। তাত তাই ভালেৰেই চলিছিল, কিন্তু কেইমাহ মান যোৱাৰ পাছত গৃহস্থনীয়ে তাইৰ গাত সন্তান-সম্ভাৱনাৰ সকলো চিন স্পষ্টভাৱে দেখা পাই এদিন আনি চৰকাৰৰ এই আশ্ৰয়গৃহটোতে থৈ গ'ল। সি আজি কেবা বছৰৰো আগৰ কথা, তেতিয়া এইটো চৰকাৰে পাতিছিলহে মাত্ৰ। যিহওক, যথাসময়ত পদুমীৰ ল'ৰা এটা হ'ল। পদুমীৰ সেই মানুহঘৰত থাকি বোলে বৰ ভাল লাগিছিল, তেওঁলোকৰ কলেজত পঢ়া ল'ৰা এটাই বোলে তাইক লুকাই লুকাই বৰ মৰম কৰিছিল, তাইৰ ল'ৰাটো জন্ম হোৱাৰ বাবেই যে সেইখন ঘৰ এৰি আহিবলগা হ'ল সেইবাবেও হয়তো পদুমীৰ নিজৰ সন্তানটোৰ প্ৰতি বৰ বেছি মায়া নোপজিল। তাৰ পাছত এই আশ্ৰয় গৃহটোৰ নিয়ম অনুযায়ী ল'ৰাটোৰ ছয় বছৰ হওঁতে তাক যেতিয়া নগাঁৱৰ চৰকাৰী অনাথ শিশু ভৱনলৈ লৈ যোৱা হ'ল, লগৰ আন বহুতো মাকৰ দৰে পদুমীয়ে হিয়া ঢাকুৰি নাকান্দিলে। এতিয়া শুনা গৈছে যে পদুমীৰ ল'ৰাটো বৰ দুষ্ট হৈছে আৰু সি কাগজত মাকৰ ছবি আঁকি আঁকি সেই কাগজবোৰ মনৰ আনন্দত পুৰি পেলায়। পদুমীয়ে অলপতে এখন অফিছত চকিদাৰনীৰ চাকৰি এটা পাব। তাই তেতিয়া স্বাধীনভাৱে থাকিব পাৰিব আৰু ল'ৰাটোক লগত আনি ৰাখিব পাৰিব। কিন্তু পদুমীয়ে ৰুমমেট বাইজনীক কৈছে যে সেই ল'ৰাক তাই কেতিয়াও নানে, সি এতিয়া তাইৰ মূৰ্তি আঁকি কাগজহে পুৰিছে, লগত ৰাখিলে তাই মানুহজনীকে পুৰি পেলাব।

ৰম্ভা হ'ল বামুণৰ ছোৱালী। গাঁৱৰে বামুণৰ ল'ৰা এটাৰ লগত তাইৰ বিয়াৰ বন্দৱস্ত হ'ল। ধুনীয়া ছোৱালী ৰম্ভাক ল'ৰাটোৱে বিয়াৰ আগতে

লুকাই চুৰকৈ দুই এবাৰ অ'ত ত'ত লগ ধৰিলে। ফলত বিয়াৰ আগতে তাই সন্তান-সম্ভৱা হ'ল। তেনে কলংকিনী ছোৱালীক আৰু কোন ভাল মানুহৰ ল'ৰাই বিয়া কৰাব, গতিকে ল'ৰাৰ বাপেকে ল'ৰাৰ আন ভাল ছোৱালীৰ লগত বিয়া পাতিলে আৰু ৰম্ভাক তাইৰ বাপেকে অগতিৰ গতি এই আশ্ৰয়গৃহতে থৈ গ'ল। সি আজি ছয় বছৰৰ আগৰ কথা। ৰম্ভাৰো এটা ল'ৰা হৈছিল, বৰ ধুনীয়া, আৰু ৰম্ভাৰ দৰেই শান্তশিষ্ট ল'ৰাটো। মাকে তাৰ বাবে মৰিব পাৰে। তাৰ এতিয়া পাঁচ বছৰ হ'ল, ছয় বছৰ হ'লে যে তাক নগাঁৱলৈ পঠাব লাগিব, সেই কথা ভাবি ৰম্ভাই এতিয়াই মাজে মাজে চকুলো পেলায়।

পাৰ্বতীও বামুণৰ ছোৱালী কিন্তু তাইৰ ইতিহাসটো অলপ বেলেগ ধৰণৰ। তাই প্ৰেমত পৰিছিল গাঁৱৰে কলিতা ল'ৰা এটাৰ লগত। এদিন তায়ো সন্তান-সম্ভৱা হ'ল। গম পাই তাইৰ প্ৰেমিকে তাইক বিয়া কৰাব খুজিলে, কিন্তু ইফালে পিতৃহীন পাৰ্বতীৰ ককায়েকেও কথাটো গম পালে। তেওঁ চহৰত পিয়নৰ চাকৰি কৰে। শুনি তেওঁ অগ্নিশৰ্মা হৈ উঠিল। কলিতাৰ ল'ৰাক তেওঁলোক কুলশ্ৰেষ্ঠ বামুণে ছোৱালীৰ বিয়া দিবনে? অথচ এতিয়া তাই যি কেলেংকাৰী লগাইছে, কোনো বামুণৰ ল'ৰাকো গতোৱাৰ উপায় নাই, গতিকে ককায়েকে এদিন আনি পাৰ্বতীক এই আশ্ৰয়গৃহটোত ভৰ্তি কৰি থৈ গ'ল। যথাসময়ত পাৰ্বতীৰ ছোৱালী এজনী হ'ল আৰু তাই ছোৱালীজনীৰ নাম দিলে ৰমা বৰা। তাইৰ প্ৰণয়ী কলিতা ল'ৰাটোৰ নাম হেনো ৰমেন বৰা আছিল। সন্তানক বাপেকৰ উপাধি দিয়া ছোৱালী কেৱল পাৰ্বতীয়েই আছে, নহ'লে এই আশ্ৰয়গৃহটোৰ প্ৰতিজনী অবিবাহিতা মাকেই হেনো ল'ৰা-ছোৱালীক নিজৰ উপাধিটো দিহে নাম ৰাখে। পটেশ্বৰীয়ে ছবিনক এই কথাও ক'লে যে আশ্ৰয়গৃহটো চাবলৈ অহা বা আন যিকোনো কাৰণতে অহা মতা মানুহবোৰক হেনো ল'ৰা-ছোৱালীবোৰে মামা বুলি সম্বোধন কৰে। 'দেউতা', 'খুৰা', 'বৰদেউতা' আদি নামধাৰী কোনো ধৰণৰ মানুহৰ অস্তিত্ব সিহঁতৰ ক্ষুদ্ৰ পৰিসৰৰ জীৱনবোৰত নাই।

পটেশ্বৰীয়ে ছবিনৰ আগত ৰমাৰ গুণ বখানিয়ে তৎ নেপায়, চাৰি বছৰীয়া এজনী অকণমানি ছোৱালী, কিন্তু তাইৰ এই বয়সতে কি বুদ্ধি, কি মৰম লগা স্বভাৱৰ হৈছে, দেখাত কি ধুনীয়া—! কিন্তু পটেশ্বৰীৰ উৎসাহত ভেটা দি মাজ বাটতে ছবিনে দাৰ্শনিকৰ দৰে কৈ উঠিল: "এনেকৈ জন্মো হোৱা ল'ৰা-ছোৱালী ভাল নহৱাই ভাল দে, এহঁত হ'ল পেকোত জন্মোপাৱা বস্তু, যিমানেই যি নহওক, এদিন আৰু সেই পেকেই সেহঁতোৰ গতি হ'বো।"



ছবিনৰ কথা শুনি পটেশ্বৰীয়ে খন্তেক পৰ আৰু একো মাত-বোল কৰিব পৰা নাছিল, সেই সময়খিনিত তাইৰ চকুৰ আগত ভাহি উঠিছিল ৰমাৰ ভৱিষ্য জীৱনৰ বীভৎস এখন ছবি। ছবিনে বোধহয় কিবা এটা বুজিছিল, সি লৰালৰিকৈ কৈছিল, "তুমি দেখোন বাকী কেইজনীৰ কথা একো নকলা। সেহঁতবোৰোৰো কথা শুনিলেহি মই বুজি পাম তোমাৰ লগবোৰোৰ পাৰা তুমি কেনাই ব্যৱহাৰ পাবা।"

ছবিনৰ মাতত পটেশ্বৰীৰ অন্যমনস্কতা আঁতৰি গৈছিল আৰু আপোনা আপুনিয়ে যেন তাইৰ মুখত এটা হাঁহিৰ ঢউ খেলি গৈছিল। তাইৰ মনত পৰিছিল গুদুৰ কথা; গুদু বোলা মানুহজনী অলপো গাভৰু নহয়। চল্লিছৰো ওপৰ হোৱা এই মানুহজনী দুবাৰকৈ আশ্ৰয়গৃহলৈ আহিছে। গুদু কামৰূপৰ কোনোবা এখন ভিতৰুৱা গাঁৱৰ তিৰোতা। তাই অবিবাহিতা মাতৃ নহয়, এটা ল'ৰা হোৱাৰ পাছতে গিৰিয়েকে এজনী 'ধেমুনী' আনিলে, তাৰ পাছত দুই সতিনীয়েকৰ এনেকুৱা দুৰ্বাদল কাজিয়া লাগিল যে গিৰিয়েকে দ্বিতীয় পক্ষৰ লাগী তিৰোতাজনীক ৰাখি প্ৰথম পক্ষৰ এলাগী তিৰোতা গুদুক ল'ৰাটোৰে সৈতে খেদি দিলে। তেতিয়া কোনোবা এজন আত্মীয়ই গুদুক ইয়াতে থকাৰ বন্দৱস্ত কৰি দিলে। কিছুদিন পাছত খবৰ আহিল বোলে তাইৰ বিধবা মাকে তাইক মাতি পঠিয়াইছে, কাৰণ তেওঁৰ একমাত্ৰ পুতেক মৰিল আৰু বোৱাৰীয়েকে ল'ৰা-ছোৱালী দুটোৰে সৈতে কাৰোবালৈ ধেমুনী গ'ল। গুদু ল'ৰাটোৰে সৈতে গৈ বিধবা মাকৰ বুকু জুৰালে; মাকে তাইক আগতেও লগত ৰাখিব খুজিছিল, কিন্তু বোৱাৰীয়েক হেনো সাক্ষাৎ যমডাকিনী, গতিকে ইচ্ছা থকাতো স্বামীয়ে ত্যাগ কৰা দুৰ্ভগীয়া জীয়েকক তেওঁ লগত ৰাখিব পৰা নাছিল।

যিহওক, গুদু গৈ মাকৰ লগত থাকিল। কিন্তু কিছুদিন পাছত জীয়েকক মাতি নিয়া মাকেই পুনৰ গুদুক তেওঁৰ ঘৰৰ পৰা বাহিৰ কৰি দিলে। কাৰণ গুদু সন্তান-সম্ভৱা হ'ল; চল্লিছৰো বেছি বয়স হোৱা তিৰোতাজনীয়ে তাইৰ সেই অৱস্থাৰ বাবে ওচৰৰে সম্বন্ধীয়া ভায়েক সাতাইছ বছৰীয়া মাধৱক দায়ী কৰিবৰ চেষ্টা কৰিছিল, কিন্তু প্ৰমাণ ক'ত? মাধৱেতো তাইক ছুইহে নিকিলালে। যিহওক, তাই আহি দ্বিতীয়বাৰ এই আশ্ৰয় গৃহত আশ্ৰয় ল'লেহি। তাইৰো এজনী ছোৱালী হৈছিল, কিন্তু গাঁৱতে কিবা দৰবজাতি খাই অহাৰ বাবেই নেকি ছোৱালীজনী মৃত আৰু কিম্ভুত-কিমাকাৰৰূপে জন্ম লৈছিল, গুদুৰো কোনোমতেহে প্ৰাণৰক্ষা পৰিল, কিন্তু তাই অতি ৰুগীয়া আৰু খিংখিঙীয়া হৈ পৰিল। লগৰ সকলোকে তাই ছল

হুতা পালেই অতি অশ্লীল ভাষাত গালি পাৰে। তাইৰ পিতৃ পৰিচয় থকা ল'ৰাটো এতিয়া নগাঁৱত থাকে। ল'ৰাটো হেনো খুব ভদ্ৰ, শান্ত আৰু গহীন হৈছে। পদুমীৰ দৰে গুদুৰো ল'ৰাটোৰ প্ৰতি বিশেষ মৰম নাই। কিন্তু তাক লৈ তাইৰ এটা গৌৰৱ আছে, তাইৰ ল'ৰাৰ দেউতাক আছে, গতিকে আশ্ৰয় গৃহৰ অধিবাসিনীসকলৰ ওপৰত খং উঠা সময়ত গুদুৱে 'ঐ জহৰাহঁত' বুলি সিহঁতৰ ল'ৰা-ছোৱালীবোৰকো গালি পাৰে। কিন্তু পদুমীৰ মুখখনো অলপ চোকা নহয়, গুদুৰ লগত তায়ো সমানে কাজিয়া কৰে আৰু তাইৰ মুখত জহৰা শব্দটো ওলালে তাই ফেপেৰি পাতি ধৰে: "ঐ অজহৰাৰ মাক, জহৰাণীজনীকতো পেটতে নষ্ট কৰিলি, আমি পাপৰ ভয়ত সেইবোৰ কৰা নাছিলোঁ। পিছে আমাৰ ল'ৰা-ছোৱালীবোৰৰ বাপেক নাই দেখিহঁতেকে ভাল, পাছে তোৰটোৰ দেখোন বাপেক থাকিও নাই ঐ? কি চেনেহৰ বাপেক, দুবছৰ বয়সতে ঘৰৰ পৰা খেদি বাহিৰ কৰি দিলে! এনে বাপেকৰ ল'ৰা হোৱাতকৈ জহৰা হোৱা হেজাৰ গুণে ভাল, বুজিছ?...."

তাৰাৰ কথা ক'বলৈ আৰম্ভ কৰাত কিন্তু পটেশ্বৰীৰ মুখৰ হাঁহি নোহোৱা হ'ল। তাৰা বোলা ছোৱালীজনী বৰ গহীন প্ৰকৃতিৰ। তাই খুব কথা পাতে, খুব কম হাঁহে আৰু আপোনমনে নিজৰ কামৰ কৰি যায়। তাৰাৰ ঘৰো আছিল এখন গাঁৱত, এবাৰ সিহঁতৰ ঘৰলৈ বৌৱেকৰ ককায়েক এজন ফুৰিবলৈ আহিছিল। সিহঁতৰ বাৰীখন ডাঙৰ, তাই ৰাতি বাচনবোৰ লৈ বাৰীৰ পিছফালে পুখুৰীত অকলে ধুবলৈ গৈছিল, বৌৱেকৰ ককায়েকে দুদিন মানৰ পৰাই তাইৰ পুষ্ট শৰীৰটোলৈ বৰ লোভেৰে চাই থকা যেন তাইৰ অনুমান হৈছিল, কিন্তু সি যে ইমান দূৰলৈ যাব তাৰাই কল্পনাই কৰিব পৰা নাছিল। ইতিমধ্যে বামুণৰ ছোৱালী তাৰাৰ আগবিয়া হৈ গৈছিল, পিছবিয়াৰ দিন-বাৰ ঠিক হোৱা নাছিল, যদিও কথা-বতৰা চলি আছিল বৌৱেকৰ ককায়েকেও বিয়া কৰাইছিল, দুটা ল'ৰা-ছোৱালীবো বাপেক হৈছিল। সি বোধহয় ছেগ চাই আছিল, ভাত খাই উঠি বাহিৰলৈ যোৱাৰ ছলেৰে বাৰীৰ পিছফালে গৈ এন্ধাৰত গছৰ আঁৰ লৈ আছিল। তাৰা গৈ পুখুৰীৰ পাৰ পাই হাতৰ চাকিটো আৰু বাচনপত্ৰবোৰ মাটিত থৈ কাপোৰ-কানি কোঁচাই বাচন ধুব খুজিছিল মাত্ৰ, বৌৱেকৰ ককায়েকে গৈ এহাতে তাইৰ মুখত হেঁচা মাৰি ধৰিলে আৰু এহাতে চাকিটো নুমাই তাইক বগৰাই পেলালে। তাৰা ইমানেই হতভম্ব হৈছিল যে তাইক মুখত হেঁচা মাৰি নধৰিলেও বোধহয় তাই নিচিঞৰিলেহেঁতেন। তাইৰ দৰে শান্ত, ভয়াতুৰ আৰু দুৰ্বল মনৰ ছোৱালীজনী পাছতো মনে মনে থাকিল, সেই ঘটনাটোৰ কথা কাকো একো



ক'ব নোৱাৰিলে, এনেকি মাককো একো ক'ব নোৱাৰিলে। দুমাহ পাছত তাৰাৰ পিছবিয়া হ'ল আৰু এদিন শহুৰেকৰ ঘৰে তাইক অন্তঃসত্ত্বা বুলি গম পাই অনাগত সন্তানটোৰ গাত সেইখন ঘৰৰ তেজ নাই বুলি তাইক মাকৰ ঘৰত থৈ আহিলগৈ। কিন্তু মাকৰ ঘৰতো তেনেকুৱা ভ্ৰষ্টা ছোৱালীৰ ঠাই নহয়, গতিকে এদিন ককায়েকে তাৰাক জালুকবাৰীৰ আশ্ৰয়গৃহত থৈ আহিল। যথাসময়ত তাৰাৰো এটা ল'ৰা হ'ল, কিন্তু ল'ৰাটোৰ ভৰি দুখন হ'ল গোধা। যিহওক, তাৰ ছয় বছৰ হোৱাত নগাঁৱলৈ পঠিয়াই দিয়া হ'ল। ল'ৰাটো আছিল তাৰাৰ বুকুৰ জীউ, সি নগাঁৱলৈ যাবৰ পৰত হেনো তাই কন্দা নাছিল, কেৱল তাৰ গালে-মুখে হাত ফুৰাই কৈছিল যে নগাঁৱত চৰকাৰে তাক পঢ়ুৱাব আৰু তেতিয়া সি পঢ়ি শুনি খুব ডাঙৰ মানুহ হ'ব, তাৰ তেতিয়া মস্ত ঘৰ হ'ব, গাড়ী হ'ব আৰু সেই গাড়ীত সিহঁত দুয়ো মাক-পুতেক মজা কৰি ফুৰি ফুৰিব। তাৰ পাছত যেই পুতেক গেটৰ বাহিৰ ওলাল, তাৰাই মাটিত পৰি হিয়া ঢাকুৰি কান্দিবলৈ ধৰিলে। তাৰ পাছত দুই তিনি বছৰ পাৰ হৈ গৈছিল, এদিন তাৰাই গম পালে যে তাইৰ পুতেকৰ মূৰটো বেয়া হৈছে, লগৰ ল'ৰা-ছোৱালীক মাৰিবলৈ খেদি যায় আৰু তাৰাই জীৱনতে নুশুনা অশ্লীল গালিবোৰ সকলোকে পাৰি ফুৰে। ডাক্তৰে ল'ৰাটোক পৰীকা কৰি কৈছে যে তাৰ মূৰৰ গোলমাল জন্মগত, ভাল কৰা সম্ভৱ নহয়। তথাপি বৰ্তমান তাক গুৱাহাটীৰ জেলত থোৱা হৈছে, কিছুমান ল'ৰা-ছোৱালীক হেনো পগলা ফাটেকলৈ পঠোৱাৰ আগতে পুলিচে কিছুদিন জেলত ৰাখি পৰীক্ষা কৰি চায়।

তাৰাৰ গল্প শেষ হোৱাৰ পাছত ছবিনে আৰু পটেশ্বৰীক ৰ'বৰ সময় নিদিলে, লবালৰিকৈ ক'লে—"তোমাৰ কোঠাততো আৰু এজনী আছে, তাইৰ ঘটনাটোনো কি?"

পটেশ্বৰীৰ কৰুণ হৈ পৰা মুখখনত আৰু এবাৰ হাঁহি বিৰিঙিছিল। ওহোঁ, লক্ষ্মী ছোৱালী নহয়, লক্ষ্মী হ'ল এজনী আধা বয়সীয়া তিৰোতা। তাইৰ চাৰিটা ল'ৰা-ছোৱালী হোৱাৰ পাছত তাই বিধবা হৈছিল, তাই আছিল গিৰিয়েকৰ দ্বিতীয় পক্ষৰ ঘৈণীয়েক, গতিকে যথেষ্ট বুঢ়া মানুহ এজনৰ লগত তাইৰ বিয়া হৈছিল। আগৰ সতিনীয়েকৰ এটা ল'ৰা আছিল, সি মেট্ৰিক পাছ কৰি গুৱাহাটীত মেছ এখনত থাকি টিউচন কৰি পঢ় আছিল; সি আছিল চোকা ল'ৰা, গতিকে বৃত্তিও পাইছিল। বিধবা হোৱাৰ পাছত লক্ষ্মী আকৌ অন্তঃসত্ত্বা হ'ল, তাৰ ফলত দেওৰেকৰ ঘৰৰ পৰা লক্ষ্মীয়ে ল'ৰা-ছোৱালী কেইটাৰ সৈতে খেদা খালে। লক্ষ্মী উপায়হীন হৈ গুৱাহাটীৰ সতীয়া পুতেকৰ

মেছতে উঠিলহি। পাঁচোটাকৈ মানুহ আহি তাৰ ঠাই নোহোৱা মেছখনত সোমোৱাত নবেন অৰ্থাৎ পুতেকৰ মূৰত বজ্ৰপাত হোৱাৰ দৰে হৈছিল। মানুহ কেইটা মাটিত পৰি থাকিবলৈকো মাটিত ঠাই নাই। তিনিদিন পাছত নবেনে আকাশ-পাতাল তল-ওপৰ কৰি মাকহঁতক এই আশ্ৰয়গৃহত আশ্ৰয়ৰ ব্যৱস্থা কৰি দিলে। লক্ষ্মীৰ তেৰ বছৰীয়া গাভৰু জীয়েক আশ্ৰয় গৃহৰ সহানুভূতিশীল ছুপাৰিনটেণ্ডেণ্ট গৰাকীয়ে নিজৰ লগত ৰাখিলে আৰু বাকী তিনিটা ল'ৰা-ছোৱালীক নগাঁৱলৈ পঠিয়াই দিলে। লক্ষ্মী আশ্ৰয়গৃহতে থাকিল, তাইৰ সন্তান উপজিবলৈ আৰু পাঁচ মাহ বাকী আছিল—যি সন্তানৰ পিতৃ হ'ল তাইৰ গিৰিয়েকৰ শ্ৰাদ্ধ কৰা পুৰোহিতজন স্বয়ং। যিহওক, কেইদিনমান যোৱাৰ পাছত গম পোৱা গ'ল যে লক্ষ্মীৰ জীয়েকো অন্তঃসত্বা, তাই কান্দি ছুপাৰিনটেণ্ডেণ্টক ক'লে যে গাঁৱৰ পৰা আহি ককায়েকৰ মেছত থাকোঁতে এজন ল'ৰাই তাইক ফুচুলাই এনে কাণ্ড কৰিলে। তাৰ পাঁচ মাহৰ পাছত মাকৰ ছোৱালী এজনী হ'ল আৰু জীয়েকৰো আৰু তিনি মাহৰ পাছত ল'ৰা এটা হ'ল। কিন্তু ল'ৰাটো কেঁচুৱা হৈ থাকোঁতেই জীয়েকজনী এদিন ক'ৰবালৈ পলাই গ'ল, কেঁচুৱাটোক তাই তাতে এৰি থৈ গ'ল। ফলত লক্ষ্মীয়ে দুয়োটা কেঁচুৱাকে চাব-মেলিব লগা হৈছিল, তাৰ বাবে তাইৰ বিৰক্তিৰ সীমা নোহোৱা হৈছিল। কিন্তু লক্ষ্মীৰ নাতিৰ ভাগ্য ভাল, এদিন নাগালেণ্ডৰ এহাল চহকী অপুত্ৰক দম্পতিয়ে ল'ৰাটোক দত্তক কৰি লৈ গ'ল।

পটেশ্বৰীৰ মুখত তাইৰ সংগিনী সকলৰ জীৱন কাহিনী শুনি উঠি ছবিন এখন্তেক পৰ মনে মনে থাকিল, তাৰ পাছত দাৰ্শনিকৰ গাম্ভীৰ্যৰে সি লাহে লাহে ক'লে, "পটেশ্বৰী, এই যে তিৰীগিলাকোৰ গল্প ক'লা, একমাত্ৰ তাৰাৰ বাহিৰে সকলোৱে কম-বেচি পৰিমাণে পাপ কৰিছিল, সেই পাপোৰ শাস্তিও সেহাঁতে পালাক। কিন্তু মই এটা কথা ভাবিছোঁ পটেশ্বৰী, পাপতো সেই মতা মানুহ কেইটায়ো কৰিছিল, বৰং সেহাঁতে আৰু বেচি পাপ কৰিছিল। কিন্তু সেহাঁতোৰ তো একো শাস্তি নহ'ল, তাৰাৰ দাইদাকে নিজোৰ তিৰীৰ লগোত সুখেৰে ঘৰ সংসাৰ কৰিয়ে থাকিল, পুৰোহিতে মহা ধাৰ্মিক ছেলে লোকোৰ ঘৰে ঘৰে শ্ৰাদ্ধো কৰি কৰি মৰা আত্মাগিলাকোৰ সদ্‌গতি কৰিয়ে থাকিল, তেৰ বছেৰা নাউমানি ছোৱালীজনীৰ বা ক'ত কি গতি হ'ল—কিন্তু তাইৰ সৰ্বনাশ কৰা ল'ৰাটোৱে হয়তো এম. এ. বি. এ. পাছ কৰি ক'বাত মাষ্টৰ প্ৰফেছৰ হৈ ল'ৰাগিলাকোক বৰ বৰ কথা কৈ নিজোৰ বিদ্যা জাহিৰ কৰি আছে। ধেৎ চালা—এখান দুনিয়াত ঈশ্বৰোৰ বিচাৰ বোলা কোনো কথা নাই ৰে—ইগলো দেখি-শুনিতো আজিকালি মই মহা নাস্তিক হ'লোঁ। মাই আকো ঘৰোত



গেলি দুখ কৰে, বোলে মোৰ ছলিতো হোটেলৰ সাত মেলেছোৰ চুৰা ধুই ধুই ধৰ্মো-কৰ্মো নামনা হ'ল। হাঃ-হাঃ ···বাবু পটেশ্বৰী, এতে থাকা ছোৱালীৰ কাৰো ক'তো বিয়া হোৱাৰ নিয়ম নাই নেকি?" কথাষাৰ কোৱা ছবিনৰ মুখখন এইবাৰ অলপ ৰঙা পৰি উঠিল।

পটেশ্বৰীয়ে তাইৰ মুখৰ ভাৱ অবিকৃত কৰি ৰাখিবৰ যত্ন কৰি ক'লে যে আশ্ৰয়গৃহটো স্থাপিত হোৱাৰপৰা তেতিয়ালৈকে তিনিজনী ছোৱালীৰ বিয়া হৈছে, তাৰে এজনীক এজন নেপালী চকিদাৰে বিয়া কৰাইছে, এজনীক এটা চকু কণা ৰেলৰ পইণ্টছমেনে এজনে বিয়া কৰাইছে আৰু বাকীজনীক বিয়া কৰাইছে আগৰ ঘৈণীয়েক মৰা দুটা ল'ৰা-ছোৱালী থকা আধাবয়সীয়া ড্ৰাইভাৰ এজনে। পিছে সেই তিনিজনী ছোৱালীৰ এজনীৰো ল'ৰা-ছোৱালী নাছিল,- এজনী আছিল বামুণৰ বিধবা, যাৰ মাকৰ তাইয়ে আছিল একমাত্ৰ সন্তান। কিন্তু মাক মৰাত তাইৰ মাকৰ ঘৰৰ আশ্ৰয়ো নোহোৱা হৈছিল আৰু গিৰিয়েকৰ মূৰ খোৱা কুলক্ষণী ছোৱালী বুলি শাহুৱেকেও তাইক বিধবা হোৱাৰ পাছত থাকিব নিদিয়া হৈছিল। বাকী দুজনী ছোৱালী প্ৰেমিকৰ লগত পলাই আহি শেষত সেই প্ৰেমিকৰ দ্বাৰা পৰিত্যক্তা হৈ ইয়াত আশ্ৰয় লোৱা ভাগ্যৱতী ছোৱালী, ভাগ্যৱতী এই কাৰণেই যে সিহঁতৰ কোনো অবাঞ্ছিত সন্তানৰ জন্ম হোৱা নাছিল আৰু সেইবাবেই সিহঁত দুজনীয়ে ভালে-বেয়াই দুখন ঘৰৰ ঘৰণী হ'বলৈ পাইছিল। কাৰণ পটেশ্বৰীয়ে শুনিছে যে ল'ৰা-ছোৱালী থকা কোনো ছোৱালীৰে আজিলৈকে বিয়া হোৱা নাই। বহুতো বুঢ়া বেমাৰী বিকলাংগ চৰিত্ৰহীন মাতাল গুণ্ডা বিপত্নীক মানুহ এই আশ্ৰয়গৃহলৈ কইনাৰ সন্ধানত আহে, কিন্তু নিজৰ হাজাৰ দোষেই নেথাকক কিয়, ল'ৰা-ছোৱালী থকা পতিতাক এইধৰণৰো কোনো মতা মানুহে বিয়া কৰাবলৈ ৰাজী নহয়। কলংকৰ জীৱন্ত সাক্ষীক লৈ কোনে বাৰু ঘৰ বান্ধিব পাৰে?

প্ৰায় পোন্ধৰ দিন মানৰ পাছত দ্বিতীয়বাৰ আকৌ যেতিয়া ছবিনে পটেশ্বৰীক দেখা কৰিবলৈ আহিল, তেতিয়া তাই একো নক'লে, কিন্তু তাই তাত থকাৰ দুমাহৰ মূৰত তৃতীয় বাৰৰ কাৰণে অহা ছবিনক পটেশ্বৰীয়ে তলমূৰকৈ লাহে লাহে ক'লে যে ছবিনে যদি তাইক গ্ৰহণ কৰে, তেন্তে তাই তাৰ ঘৰণী হৈ যাব পাৰে। কথাটো শুনি ছবিনৰ ক'লা মুখখন উজলি উঠিছিল, উজলা দাঁত দুপাৰি হাঁহিত উদ্ভাসিত হৈ উঠিছিল।

তাৰ পাছত পটেশ্বৰী আৰু ছবিনে বহুত সময় কথা-বতৰা পাতিলে। সেই কথা-বতৰাত হাঁহি অশ্ৰু দুখ বেজাৰ অনুতাপ শপত বহুত কিবাকিবি মিহলি আছিল।

॥৯॥

দুমাহৰ নানা ধৰণৰ অভিজ্ঞতাৰ পাছত পটেশ্বৰীয়ে অতি দুখৰ দাম দি হ'লেও উপলব্ধি কৰিছিল যে দেৱদুৰ্লভ চেহেৰাৰ অধিকাৰী পলৰীয়া পুজন লাল ছেৰাউগীহে আচলতে নৰকৰ কীট আৰু ছবিনহে স্বৰ্গৰ তৰা। গতিকে ছবিনৰ লগতহে তাই আচল স্বৰ্গত থাকিব। সেই কথা পটেশ্বৰীয়ে মুখ ফুটায়ো ছবিনক কৈছিল। ছবিনৰ সেই স্বৰ্গৰ বাহ্যিক ৰূপ পিছে অতি বীভৎস আছিল। সি ৰাতি মালিকৰ ঘৰত থাকে। মালিকৰ মস্ত ডাঙৰ ঘৰ-দুৱাৰ, পিছফালে বাৰীত খৰি-খেৰ থোৱা এখন চালি আছে, তাৰ গাতে লগা বাঁহ-খেৰৰ সৰু ঘৰটোত ছবিন আৰু লাটু নামৰ মালিকৰ ঘৰত কাম কৰা ৰিফিউজি বঙালী ল'ৰা এটা শোৱে। ছবিনে হোটেলত দিনটো কাম কৰে আৰু ৰাতি হোটেলত বাহি হোৱা খোৱাবস্তু থাকিলে সেইবোৰ ঘৰলৈ কঢ়িয়াই আনে, অৱশ্যে সম্পূৰ্ণভাৱে গেলি যোৱাৰ সম্ভাৱনা নথকা বস্তুবোৰ আৰু নানে, সেইবোৰ 'পাছদিনা গৰম কৰি গ্ৰাহকক টাট্‌কা খাদ্য হিচাপে খুৱাবলৈ থৈ আহে। যিহওক, ৰাতি ছবিন শুই থাকে আৰু পুৱা পুনৰ হোটেললৈ যোৱাৰ আগতে সি বজাৰখিনি কৰি দি ঘৰখনৰ খৰি-খেৰৰ ব্যৱস্থা কৰি দি যায়। মালিকৰ সংসাৰ বৃহৎ, ল'ৰাছোৱালী প্ৰায় এক ডজন, গতিকে অতবোৰ মানুহৰ ৰন্ধা-বঢ়া কেৰাচিন ষ্ট'ভত নচলে, খৰিয়েই লাগে।

ছবিনে কিন্তু দুয়োবেলাই হোটেলত খায়, কেৱল পুৱাৰ চাহখিনিহে সি মালিকৰ ঘৰত খায়। দুখন ডাঙৰ শুকান ৰুটি, এগিলাছ চাহ।

এতিয়া পটেশ্বৰীৰ লগত কথা-বতৰা হৈ আহি ছবিন মালিকনীৰ ভৰিত দীঘল দি পৰিলহি, তেওঁ তাক উদ্ধাৰ কৰিবই লাগিব, সি ছোৱালী এজনী চপাই ল'ব খুজিছে, কিন্তু মালিকনীয়ে আশ্ৰয় নিদিলে তাইক ৰাখে ক'ত। বেলেগে ক'ৰবাত ঘৰ ভাড়া কৰি ৰাখিবলৈ যে তাৰ সামৰ্থ্যই কোনোমতে নুকুলায় মালিকনীয়েতো ভালকৈয়ে জানে। গতিকে পিছপিনৰ খেৰৰ ঘৰটো ঠিকঠাক কৰি দিলে তাতেই সি মানুহজনীক ৰাখিব। এই উপকাৰৰ বিনিময়ত সিহঁতহালেই মালিকনীৰ ওচৰত চিৰজীৱনলৈ নিকিনা গোলাম হৈ থাকিব।

মালিকনী প্ৰথমতে বিস্ময়ত হতবাক হৈছিল, এই অ'কৰাহেন ল'ৰাটোৱে তলে তলে অত কাণ্ড কৰি আছেনে? চেহেৰাপাতো হ'ল এই, কি দেখিনো



ছোৱালী এজনী মজিল? ছবিনে পটেৰ ইতিহাস তেওঁক একোকে কোৱা নাছিল, গতিকে মালিকনীৰ বিস্ময় স্বাভাৱিক আছিল। যিহওক—পৃথিৱীত কত নাভূত-নাশ্ৰুত ঘটনাইতো ঘটি থাকে—এনে এক বিজ্ঞ-জনোচিত মনোভাৱেৰে তেওঁ কথাটো সহজভাৱে ল'লে আৰু ছবিনক ক'লে যে তেওঁতো নিজে একো ক'ব নোৱাৰে গতিকে ৰাতি মালিকৰ লগত পৰামৰ্শ কৰিহে তাক ক'ব পাৰিব। তেতিয়া ছবিনে লাহেকৈ অলপ ব্লেকমে'ল কৰি থ'লে যে এনে এটা ব্যৱস্থা কৰিব নোৱাৰিলে সি অগত্যা পটেক লৈ গাঁৱলৈকে গুচি যাব, তাতেই লোকৰ ঘৰত হালোৱা-চালোৱা হৈ পেট মোকোলাব, মাকজনীও জীয়াই আছে যেতিয়া পুতেক-বোৱাৰীয়েকক ওচৰত পালে বৰ ভাল পাব। ছবিনে কথাষাৰ নিজ স্বাৰ্থৰ সুবিধাৰ্থে কৈ থ'লে হয়, কিন্তু গাঁৱলৈ যোৱাৰ ভাৱ তাৰ সুদূৰ কল্পনাতো নাছিল। সৰুৰেপৰা অত বছৰ চহৰত থাকি সি সম্পূৰ্ণৰূপে চহৰীয়া হৈ পৰিছিল, গাঁৱলৈ মাজে মাজে কেতিয়াবা গৈ সি কিছুদিন থকাৰ পাছত প্ৰায় অতিষ্ঠ হৈ পৰে। চহৰৰ জন-কোলাহলপূৰ্ণ, মানুহে গিজগিজাই থকা হোটেল এখনত থাকি থাকি সি হুলস্থুলীয়া পৰিৱেশত ইমানেই অভ্যস্ত হৈ পৰিছিল যে নিৰ্জনতাতে তাৰ প্ৰাণ ওষ্ঠাগত হৈ উঠা হৈছিল। কিন্তু ইয়াৰ বাহিৰে আন এটা কাৰণতো সি আৰু গাঁৱত বসবাস কৰাৰ কথা ভাবিব নোৱাৰে। পটেৰ পৰিচয় জনাজানি হোৱাৰ পাছত তাক কেতিয়াও গাঁৱৰ সমাজে আশ্ৰয় নিদিব, তাক এঘৰীয়া কৰিব। গতিকে এতিয়া মালিক-মালিকনীয়ে এই আশ্ৰয়টো নিদিলে সি চকুৰে হাহাকাৰ দেখিব, পটেশ্বৰীক আৰু কোনোপধ্যেই হৃদয়ৰ ৰাণী কৰি সেই শূন্য গুহাৰ পৰা উদ্ধাৰ কৰি অনা সম্ভৱ নহ'ব। গতিকে আজি মালিকনীক এইফেৰা ব্লেকমেল কৰি থ'লে, কাৰণ ছবিনে জানে যে সিয়েই হোটেলৰ আটাইতকৈ পুৰণি আৰু বিশ্বাসী কৰ্মচাৰী, মালিকে তাক সহজে নেৰিব।

যিহওক, সকলো ভাবনা-চিন্তাৰ অৱসান কৰি পাছদিনা পুৱা মালিকনীয়ে ছবিনক ক'লে যে, সি পটেশ্বৰীক আনি ৰাখিব পাৰিব। কিন্তু লাটুক আশ্ৰয়-হীন কৰিব লাগিব, গতিকে লাটুক হোটেললৈ পঠাই পটেশ্বৰীক ৰাখিলে পটেশ্বৰীয়ে তেওঁৰ ঘৰুৱা বন-বাৰীবোৰ কৰি দিব লাগিব। আৰু এটা কথা, ছবিনহঁতে নিজাকৈ কোনো পাকঘৰৰ ব্যৱস্থা কৰিব নোৱাৰিব, পিছফালে বাৰীৰ সেই অকণমানি ঠাইডোখৰত খৰি ঘৰৰ ওচৰত ৰন্ধাবঢ়া কৰিবলৈ গ'লে কেতিয়াবা খৰিঘৰতে জুই লাগি যাব। আৰু এটা কথাও, ৰন্ধাবঢ়াৰ কম লেঠা জানো? পটেশ্বৰীৰ ভালেই হ'ব, তেওঁলোকৰ তাতেই কৰিব ধৰিব খাব, ছবিনে আগৰ দৰে হোটেলতে খাব। সিহঁতৰ খৰচো বহুত বাঁচি যাব।

ছবিনে সেই বন্দৰুস্ততে আকাশ ঢ্ৰকি পালে। সি দ্ৰই-এদিনতে পটেশ্বৰীক অনাৰ ব্যৱস্থা কৰিলে।

ছবিনে ছোৱালী এজনী চপাই ল'ব বুলি শুনি মালিকনীৰ এদিন খুব বিস্ময় জাগিছিল, কিন্তু প্ৰকৃত বিস্ময়ৰ ধাক্কাটো খাবলৈ তেওঁৰ তেতিয়াও বাকী আছিল। ছবিনক সম্মতি দিয়াৰ দুদিন পাছত ছবিনে পটেশ্বৰীক লৈ আহিছিল আৰু তেওঁৰ ভৰি ছুঁই সেৱা কৰা পটেশ্বৰীৰ ফালে চাই মালিকনী একেবাৰে স্তব্ধ হৈ গৈছিল, তেওঁৰ মুখেৰে বহুত পৰ কোনো কথা ওলোৱা নাছিল আৰু পাছত বিস্ময়বিমূঢ় মুখখন ক'লা পৰি আহিছিল। এইজনী দেখোন এপাহ অতি ধুনীয়া ফুল, এই অসুৰ ছবিনটোৱে এই পদুমপাহ কোন বোকাৰ পৰা বুটলি আনিছে ? কিন্তু নহয়, মালিকনীৰ মুখ আৰু বেছি ক'লা পৰি গৈছিল, এইজনী ফুল নহয়, এইজনী একুৰা জুই, সেই জুয়ে এতিয়া তেওঁৰ ঘৰ নুপুৰিলেই হয়, ঘৰত উঠি অহা ল'ৰা-ছোৱালী আছে……

"তোৰ নাম কি ?" অৱশেষত মালিকনীয়ে কৰ্কশভাৱে সুধিছিল।

"পটেশ্বৰী—" পটেশ্বৰীয়ে ভয়ে ভয়ে তলমুৰকৈ উত্তৰ দিছিল।

"পটেশ্বৰী—"প্ৰায় ভেকাহি মাৰি কৈছিল মালিকনীয়ে, "নাম এডাল ৰাখিছে চোৱা। ঐ, তোক মই আগতে দেখা হ'লে ছবিনৰ কথাত কেতিয়াও ৰাজী নহ'লোঁহেঁতেন। কিন্তু জবান দিলোঁ যেতিয়া আৰু নুঘূৰাওঁ, সিমান ছোটলোক নহওঁ আমি, গতিকে থাকিব দিবই লাগিব। কিন্তু শুন, ক'ৰবাত যদি অলপমানো কিবা বদমাইছি কৰাৰ উমান পাওঁ, একেবাৰে চুলি কাটি পুলিছত গতাই দিম। তই যে ভালৰ সঁচ নহৱ—তোক দেখিয়েই লগে লগে গম পাইছোঁ, নহ'লে আমাৰ তই হোজা সাধাৰণ চেহেৰাৰ ছবিনে তোক নাপালেহেঁতেন। সি তোক কোনোবা নৰককুণ্ডৰ পৰা ৰূপত অন্ধ হৈ বুটলি আনিছে। কিন্তু সকলোকে এই ছবিনৰ দৰে বুৰ্বক নেপাবি, তোৰ কোনো ধৰণৰ বদমাইছিয়েই মোৰ চকুৰ পৰা সাৰি যাব নোৱাৰিব - জানি লবি। আৰু দিনটো তই আমাৰ ঘৰত থাকিবি, একো কাম-বন নাথাকিলে মোৰ ওচৰতে বহি কীৰ্তন-ভাগৱতকে পঢ়ি থাকিবি—অ'—তই কিবা ক—ম জাননে নেজান ?" পটেশ্বৰীৰ মূৰ ইতিমধ্যে আৰু তললৈ হাউলি গৈছিল, তাই কোনোমতে উত্তৰ দিলে, "নাজনো।"

"নাজান ? নাজান যদি চিলাই-পাতি কিবা কৰিয়ে মোৰ ওচৰত থাকিবি, ছবিন নহালৈকে নিজৰ ঘৰত সোমাব নোৱাৰিবি।"

সেইদৰেই পটেশ্বৰীয়ে তাইৰ সংসাৰখনৰ পাতনি মেলিছিল, তাই মতা এটা পালে হয় কিন্তু বিয়া কৰোৱা দৰা নেপালে, সংসাৰ এখন পালে হয়



কিন্তু আচল অৰ্থত ঘৰ এখন নেপালে; এখন চালিৰ তলত মতা-তিৰোতা এহাল এখন বিছনাতে ৰাতিটো শুই থাকে—সংসাৰ কৰাৰ একমাত্ৰ সেই সোৱাদখিনিয়েই পটেশ্বৰীয়ে পালে, কিন্তু তাৰ বাহিৰে ঘৰ বুলিলে প্ৰত্যেক ছোৱালীৰে মনৰ চকুত যি ছবিৰ সপোন ভাহি উঠে, পটেশ্বৰীয়ে তাৰ একোকেই নেপালে। পুৱা সাৰ পোৱাৰ পাছত ঘৰৰ বাহি বনবাৰী কৰি গিৰিয়েকক জগাই খাবলৈ যতনাই দিয়া গাৰ্হস্থ্য জীৱনৰ ইটো-সিটো কথা পতা, অলপ চেনেহা-চেনেহীত ডুব যোৱা, ৰন্ধাবঢ়াৰ যতন কৰা আৰু তাৰ পাছত কামলৈ যাব ওলোৱা গিৰিয়েকক আদৰ-সাদৰকৈ খুৱাই তামোলখন দি পদুলীমুখলৈ গৈ বিদায় দিয়া, সংসাৰৰ যাৱতীয় কাম-বন কৰি উঠি অলপ বিশ্ৰাম লৈ ঢিলাই কৰা বা, আন কাম কৰা, আকৌ গিৰিয়েক অহাৰ আগে আগে আবেলিৰ খোৱাৰ যতন কৰা, আবেলি গিৰিয়েকৰ লগত ক'ৰবালৈ ফুৰিবলৈ যোৱা বা কেতিয়াবা ছিনেমালৈ যোৱা, ঘূৰি আহি ৰন্ধা-বঢ়া কৰি খাই-বই পাটীত পৰি প্ৰেমৰ জোৱাৰত উটি-ভাহি ফুৰা—এনে এক ঘৰুৱা জীৱনৰ মধুৰ ছবি পটেশ্বৰীয়েও বাচি থৈছিল পুজনক লগ পোৱাৰ দিন ধৰি। এতিয়া পুজন নহৈ যেনিবা ছবিন হ'ল তাইৰ সেই স্বপ্নৰ সংসাৰখনৰ মালিক—কিন্তু সেইখিনিতে তাইৰ স্বপ্ন থমকি ৰ'ব লগা হ'ল। ছবিনৰ তিৰোতা হৈ আহি তাই দোমোকালিতে ছবিনৰ ওচৰৰ পৰা বিছনাৰ এৰি উঠি সেই যে মালিকনীৰ সংসাৰৰ চকা ঘূৰাবলৈ আৰম্ভ কৰি দিয়ে তাৰ পাছত আৰু ৰাতি শোৱাৰ পৰলৈকে আজৰি নেপায়, অৱশ্যে তাৰ মাজতে তাই গাটো ধুই লয়, ছবিনৰ কাপোৰ দুই-এখন ধোৱে, ছবিন উঠাৰ পাছত বিছনাখন পাৰি থয় আৰু ঘৰটো সাৰে। ছবিনে মুখখন ধুই মালিকৰ পাকঘৰৰ ওচৰৰ বাৰাণ্ডাত বহে আৰু পটেশ্বৰীয়ে শুকান ৰুটি দুখনৰ প্লেটখন আৰু চাহৰ গিলাছটো আনি তাৰ আগত আলফুলকৈ থয়। সেইখিনি সময়ত তাই তাৰ ওচৰত অলপ পৰ বৈ তাৰ চাহখোৱা চাই থাকে আৰু দুই চাৰি এষাৰ কথা পাতে। কিন্তু অলপ পাছতে মালিকনীয়ে পটেক মাতিবলৈ ধৰে। এই পুৱাৰ সময়-খিনিত কোনো গৃহস্থ ঘৰতে কাৰো এক তিল আজৰি থাকিব নোৱাৰে—চাহ পৰ্বৰ পাছতে গৃহস্থ-ল'ৰা-ছোৱালীৰ ভাতৰ যোগাৰ কৰিব লগা হয়। গতিকে পটেৰ জৰুৰী আহ্বান আহে আৰু ক্ষিপ্ৰ পদেৰে পাকঘৰলৈ সোমাই যোৱা পটেৰ প্ৰায় পিছে পিছে গৈ ছবিনো পাকঘৰ পায়গৈ আৰু কয়, "আই, বাজাৰৰ মোনা আৰু পইছা দেক্।"

ছবিনে বজাৰ কৰে অথচ ঘৰত ভাত এসাজ খাবলৈ নেপায়, মাইকী অনাৰ পাছতো মানুহটোৱে যে হোটেলৰ সেই জলা-মচলাৰ আঞ্জাৰেই ভাত খাই

থাকিবলগা হৈ আছে—সেই কথাত পটেৰ মনত বৰ বেজাৰ। ৰাতি ছবিন হোটেলৰ পৰা আহি বিছনাত পৰে, পটেইও ভাত-পানী খাই বাচন-বৰ্তন ধুই তাৰ ওচৰত শুই পৰে আৰু তাৰ পাছত সেই কথা লৈ বেজাৰ কৰি তাই নানা কথা কয়। ছবিনে সেই সহানুভূতিসূচক কথাখিনিতে ঘৰত ভাত নোপোৱাৰ দুখ পাহৰে। কিন্তু এদিন পটেই এটা বুদ্ধি উলিয়ালে। তাই ছবিনক শিকালে সি যেন পিছদিনা পুৱা চাহ নেখায় আৰু মালিকনীক কয় যে তাৰ বৰ পেট বিষাইছে। বাকীখিনি যি কৰিব লাগে তাই কৰিব।

পটেৰ কথা মানি পাছদিনা পুৱা ছবিনে পেটটো হাত এখনেৰে হেঁচি ধৰি মালিকনীক ক'লেগৈ যে সি পেটৰ বিষত ৰ'ব নোৱৰা হৈছে, গতিকে তাই চাহ-টাহ একো নেখায়, অলপ পৰ বিছনাত পৰি থাকি লাহে লাহে বজাৰখন কৰি দিব। পটেই বিচৰা আৰম্ভণী হৈ গ'ল—তাই লগে লগে তাৰ খেউ ধৰি দুখ কৰিবলৈ ধৰিলে যে হোটেলৰ জলা-মচলাযুক্ত আঞ্জা খাই খাই মানুহজনৰ পেটটো ধ্বংস হ'ল, এতিয়া যদি মালিকনীয়ে দয়া কৰি ৰাতিৰ ভাতসাজ তাক ঘৰতে খাবলৈ দিয়ে বৰ অনুগ্ৰহ দেখুৱা হয়। কথাটোতো একেই, হোটেলৰ খানাও মালিকনীৰে, ঘৰৰ খানাও তেওঁৰে! মালিকনী মনে মনে অলপ বিৰক্ত হ'ল, এইজনীয়ে এতিয়া ৰাতিৰ কাম-কাজলৈ নেওচা দি মতাটোক আলপৈচান ধৰাত সময় নিয়াব খোজে। কিন্তু তেওঁ আপত্তিও কৰিব নোৱাৰিলে, কাৰণ পটেৰ পৰা এতিয়া তেওঁ যিমান সহায় পাই আছে লাটুৰ পৰা তাৰ আধাও সহায় পোৱা নাছিল। গতিকে মালিকনীয়ে মুখ ক'লা কৰি ৰাজী হৈ গ'ল।

সিদিনা ৰাতি ঘৈণীয়েকে আদৰ-সাদৰকৈ আনি দিয়া ভাতকাঁহী খাই বিড়ি এটা জ্বলাই আৰামেৰে হুঁপি হুঁপি সন্তোষৰ হাঁহি এটাৰে ছবিনে পটেক বাহবা জনাই কৈছিল: "তোৰ বৰ বুদ্ধি দে পটে। টাউন চহৰবোৰ ভাল ঘৰবোৰ ছোৱালী হলি তুমি পাঢ় শুনি মহা পণ্ডিতেনী হবা পাৰলাহৈ।"

এনে ধৰণৰ আধা-আধা ঘৰ-সংসাৰ কৰাৰ মাজেৰে পটেহঁতৰ দিনবোৰ কিছুদিন গতানুগতিকভাৱে চলি আছিল। এদিন তাত পৰিবৰ্তন আহিল।

মালিকনীয়ে পটেৰ ওপৰত চোকা দৃষ্টি ৰখাৰ লগে লগে নিজৰ উঠি অহা ল'ৰা দুটাৰ ওপৰতো চোকা দৃষ্টি ৰাখি চলিছিল। কিন্তু তেওঁৰ অৱস্থা হৈছিল এচকুৱা হৰিণাৰ দৰে, হাবিৰ বিপদলৈ সতৰ্ক দৃষ্টি নিক্ষেপ কৰি থাকোঁতে সাগৰৰ বিপদলৈ পিঠি দি থাকিছিল!

মালিকৰ বয়স হৈছিল প্ৰায় ষাঠি বছৰ। এদিন তেওঁ ছবিনক সংগোপনে লগ ধৰি ক'লে যে ছবিনে এদিন গধূলি পটেক ছিনেমা চাবলৈ বুলি ঘৰৰ পৰা লৈ আহি তেওঁ ঠিক কৰা টেক্সিত তুলি দিব লাগে, চিনেমা শেষ হোৱাৰ লগে



লগে তেওঁ পুনৰায় তাইক ছবিনৰ হাতত গতাই থৈ যাব। ছবিনে সেই কথাত নিশ্চয় আপত্তি নকৰিব, তাৰ তিৰোতাজনী একো সতী-সাধ্বী নহয়, লোকৰ এৰেহা তিৰোতা। কিন্তু যদিহে ছবিনে আপত্তি কৰে, কথা বৰ বেয়া হ'ব, তাক হোটেলৰ টকা চুৰি কৰাৰ অপৰাধত তেওঁ পুলিছৰ হতুৱাই আধা মৰা কৰি মৰিয়াই জেলত দি দিব। ছবিনে যেন এই কথা ভালকৈ মনত ৰাখে যে একমাত্ৰ জধামূৰ্খৰ বাহিৰে আন কোনেও পানীত থাকি ঘঁৰিয়ালৰ লগত কাজিয়া কৰাৰ দৰে বুৰ্বকামী নকৰে। তাৰোপৰি মানুহৰ কৃতজ্ঞতা বোলা বস্তু এটাওতো থাকিব লাগে, আজি যদি সি তেওঁলোকৰ ঘৰত আশ্ৰয় নেপালেহেঁতেন, এই তিৰোতাজনীক সি এনেকৈ চপাই ল'ব পাৰিলেহেঁতেন নে? আৰু তাইৰ ওপৰত তাৰনো কি অধিকাৰ? তাইতো তাৰ বিয়া কৰাই অনা তিৰোতা নহয়, খাইছেও তাই নিজৰ দেহৰ পৰিশ্ৰমেৰে বা তেওঁলোকৰ দয়াৰ দানেৰে। সেইপিনৰ পৰাও তেওঁৰহে বেছিকৈ পটেৰ ওপৰত অধিকাৰ হ'ব লাগে—পিছে তেওঁ সিমানখিনি দাবী কৰিব নোখোজে, ছবিনেই তাইক সদায় ভোগ কৰি থাকক, কেৱল মাজে মাজে দুই-এদিন তেওঁ পালেই হ'ব।

ছবিনে চকুৰে ধোঁৱা-কোৱা দেখিলে। মালিকৰ বৰ পেটটোত বিৰাট এটা ঘোচা মাৰিবলৈ উদ্যত হোৱা হাতখন সি কোনোমতে চম্ভালি ৰাখিলে। ওহোঁ, সি বীৰত্ব দেখুৱাব নোৱাৰে। তাৰ বহুত অসুবিধা। ধন, প্ৰতাপ-প্ৰতিপত্তি এইবোৰ একো নথকা মানুহৰ বাবে বীৰত্ব, সতীত্ব, সন্মানবোধ, ঈৰ্ষা আদি হৃদয় আৰু আত্মাৰ মানৱীয় মূল্যবোধৰ কথাবোৰ হাস্যকৰ। ধনী আৰু প্ৰতাপশালী লোকৰহে এইবোৰ একচেটীয়া অধিকাৰৰ অংগীভূত, সিহঁতৰ দৰে লাওলোৱা মানুহবোৰৰ বাবে সেই ডাঙৰ ডাঙৰ কথাবোৰ ফুটুকাৰ ফেনৰ বাহিৰে আন একো নহয়, আন একো হ'ব নোৱাৰে। নহ'লে সি ছবিনে তাৰ সেই কৃশকায় হাতখনৰ বজ্ৰমুষ্টিৰে সুখাদ্যৰে পৰিপুষ্ট সেই বিশাল পেটটো একেটা আঘাত কৰিয়ে বেলুনৰ দৰে ফুটা কৰি দিব পাৰে।

ছবিনে লাহেকৈ ক'লে, "মই আপুনাক কালিলৈ মতামতটো জনাম।"

সিদিনা ৰাতি হোটেলৰ পৰা কোনটো বাটেৰে কেনেকৈ গৈ যে ঘৰ পালেগৈ, ছবিনে ততেই ধৰিব নোৱাৰিলে। পটেশ্বৰীক সি দুৰাৰো নৰকৰ পৰা উদ্ধাৰ কৰিও উদ্ধাৰ কৰিব নোৱাৰিলে, সি শেষ ৰক্ষা কৰিব নোৱাৰিলে। অক্ষম, অসহায় তাৰ পৌৰুষ।

ছবিনৰ মুখত কথাটো শুনি পটেশ্বৰী প্ৰথমতে থৰ লাগিল, আৰু শেষত ইনাই বিনাই কান্দিবলৈ ধৰিলে। তাৰপাছত গোটেই ৰাতি জাগি থকা মতা-মাইকীহালে নানা ধৰণৰ পৰামৰ্শ কৰিবলৈ ধৰিলে, পলায়নৰ নানা ধৰণৰ

পৰিকল্পনা কৰিবলৈ ধৰিলে—কিন্তু কোনো এটাই দুয়োৰো মনঃপূত নহ'ল, কোনো এটাই কাৰ্য্যকৰী হ'ব নোৱাৰে বুলি দুয়ো বুজি পালে। অৱশেষত বুদ্ধিমতী পটেশ্বৰীয়েই ছবিনক বুদ্ধি এটা দিলে—সি চেষ্টা কৰি চাওকচোন সেই কথাত মানুহজন সৈমান হয় নেকি।

পাছদিনা দুৰু দুৰু হৃদয়েৰে ছবিনে মালিকক ক'লে যে পটেশ্বৰীৰ গাত লেঠা, তেনে মানুহ এজনীক মালিকে নিশ্চয় গ্ৰহণ কৰিব নোৱাৰে। কথাটো শুনি মালিকে প্ৰাণখুলি ঢেকঢেকাই হাঁহিলে, তাৰ পাছত ক'লে, "অ' ছবিন, তোৰ বাবে কথাটো কিমান ভাল হ'ব বুজি নাপালিনে? তই এতিয়া মনত অলপো আপছোছ নোহোৱাকৈ পটেশ্বৰীৰ সন্তানটোক তোৰ নিজৰ বুলি বুকুত সাবটি ল'ব পাৰিবি—হাঃ হাঃ হাঃ..."

ছবিনৰ সমগ্ৰ শৰীৰৰ জিকাৰ খাই উঠিল।

ছিনেমা চাই ঘূৰি অহা পটেশ্বৰী আৰু ছবিনে মালিকনীক কোনো-মতে—সিহঁতে ভাত নেখায়, বাহিৰত খাই আহিছে, ৰাতিপুৱা খুব সোনকালে উঠি বাচন-পত্ৰবোৰ ধুব—বুলি কৈয়ে সিহঁতৰ চালিখনত সোমাই দুৱাৰত দাং দি দিলে। মালিকনী প্ৰথমতে অবাক হৈ এখন্তেক ৰৈ আছিল, তাৰ পাছত তেওঁৰ মুখ খুলি গৈছিল—অ' ছিনেমাৰ পীৰিতি চাই আহি তহঁতৰো গাত পীৰিতিৰ পিৰ্‌পিৰণি উঠিছে—ইত্যাদি ইত্যাদি।

সিফালে চালিৰ তলত পটেশ্বৰীয়ে ভাল কাপোৰে-কানিয়ে বিছনাত উবুৰি খাই পৰি অবৰুদ্ধ কান্দোনত ভাঙি পৰিছিল। ছবিনে এচুকত শিলৰ মূৰ্তিৰ দৰে বহুত পৰ থিয় হৈ আছিল, তাৰ পাছত সি হঠাৎ পগলাৰ দৰে হৈ গৈছিল আৰু পটেশ্বৰীক গাৰ জোৰেৰে লুটিয়াই লৈ উধাই মুধাই বুকুৰে পেটে গোৰ শোধাই দাঁত কৰচি অৰ্দ্ধস্ফুট মাতেৰে কৈছিল "চালী বেশ্যা, ৰাণ্ডী ক'বাৰ—মোৰ ঘৰ জ্বলাবাক্ গৈলি আইহুছিলি ৰাক্ষোসনী..."

অৱশেষত ৰাতি পুৱাইছিল। ঘাই ঘৰত মালিক-মালিকনী, তেওঁলোকৰ ল'ৰা-ছোৱালী টোপনি-চিকুণ পুৱাৰ আমেজত বিচনাত পৰি আছিল আৰু সিফালে চালিৰ তলৰ বিছনাত পৰি আছিল গোটেই ৰাতিৰ দুখ-ভাগৰ—অনিদ্ৰাৰ পাছত লালকাল হৈ টোপনিৰ কোলাত ঢলি পৰা ছবিন। কেৱল পটেশ্বৰীৰ তেতিয়া ৰাতিৰ বাচন ধুই প্ৰায় শেষ হৈছিল, এতিয়া তাই পাকঘৰ মচিব আৰু চোতাল সাৰিব।





কিছুদিন পাছত ছবিনে সাহস গোটাই মালিকৰ মুখামুখি হৈছিল। পটেশ্বৰীয়েই তাক শিকাই দিছিল কি কি কথা ক'ব লাগে। আকৌ এটা পৰীক্ষা—দেখা যাওকচোন ফলাফল কি হয়, সফল হ'লেতো ভালেই, নহ'লেও অৱস্থা আগৰ দৰেহে থাকিব, বেয়ানো আৰু কি হ'ব, বেয়া হ'বলৈ আৰু কি বাকী আছে।

ছবিনে গৈ মালিকক ক'লে যে কথাবোৰ এনেকৈ চলি থাকিলে সি আৰু হোটেলত কাম নকৰে, গাঁও-ভূঁইবোৰত মথাউৰি হ'ব ধৰিছে, সি গৈ তাত মাটি কটা কুলী হ'ব। আৰু মালিকে যদি সঁচাকৈয়ে তাক পুলিছ লগাই বিনাদোষত জেলত ভৰাই থয়—থওক; সি আৰু একোলৈ গ্ৰাহ্য নকৰে। কাৰণ পটেশ্বৰীয়ে তাক কৈ দিছে যে সি মতাটো থাকোঁতে যদি তাই এনেকৈ বাৰ বাৰ দেহা বিক্ৰী কৰিব লগা হয়, তাক এৰি থৈ তাই ক'ৰবালৈ গুচি যাব, হয় তাই নৈত জাঁপ দি মৰিব, নহয় মগনীয়া হৈ যাব আৰু এই সকলোবোৰ কৰাৰ আগতে তাই আকৌ এবাৰ জালুকবাৰীৰ অনাথ তিৰোতাৰ আশ্ৰয়গৃহত থকাৰ চেষ্টা কৰিব। কিন্তু তাৰ আগতে পটেশ্বৰীয়ে বোলে মালিকনীক সকলো কথা কৈ যাব।

ইমান পৰে ছবিনৰ কথাবোৰ শুনি শুনি বৰ্দ্ধিত খঙত ৰঙা পৰি অহা মালিকৰ মুখখনলৈ শেষৰ কথাষাৰ শুনাৰ লগে লগে অদ্ভুত এক ভাবান্তৰ আহি গ'ল, এক ধৰণৰ ভীতিৰ ভাবে তেওঁৰ মুখখন ক'লা কৰি পেলালে। ছবিনক সন্তুষ্ট কৰিবলৈ যেন তেওঁ উপযুক্ত কথা বিচাৰি মনৰ মাজত খেপিয়াই ফুৰিবলৈ ধৰিলে আৰু অৱশেষত কাঠ হাঁহি এটা মাৰি ক'লে, "তয়ো আৰু ভাল ল'ৰা দে ছবিন! অত বছৰ মোৰ লগত থাকিওনো তই মোক নিচিনিলিনে, মইনো তোক পুলিছত দিব পাৰোঁনে? সেইটো এটা কথাৰ কথা আছিল। হেৰ, তই মোক নুদুষিবি, দিনটো এই নীৰস কথাটোত লাগি থাকি মোৰ দেহ মন শুকুৱাই যায় বুজিছ, মোৰ নো বয়স হৈছে কিমান—এই মাত্ৰ আঢ়ৈ কুৰিৰ দেওনা পাৰ হৈছোঁহে। মোৰোতো অলপ ফূৰ্ত্তি-তামাছা কৰিবৰ মন যায়, ঘৰততো তিৰোতাজনী দেখিছই—চেহেৰাই-পাতিয়ে, মাতে-কথাই কিবা ৰস-পম আছেনে বাৰু? এপাল ল'ৰা-ছোৱালীক জন্ম দি তেওঁৰ আৰু মোৰ ফালে চাবৰে সময় নাই—মইনো কি কৰোঁ কচোন? ইফালে তই আনিলি এজনী অপেশ্বৰীৰ দৰে তিৰোতা—তাতে তাই হ'ল আগৰ কেলেংকাৰী থকা মাইকী—

সেই গতিকেহে মই তাইক টুকুৰিয়াই চালোঁ—ক'তো তাই যে এতিয়া আত্মঘাতী হোৱা, মাগি খোৱা এইবোৰ কথা কয়—প্ৰথমতেই নক'লে কিয় ? বাৰু যি হ'ল হ'ল, যাব দে সেইবোৰ কথা। কোনোদিন একো নাই হোৱা বুলি ধৰি থ। তহঁত আগতে যেনেকৈ আছিলি এতিয়াও তেনেকৈ থাকিবি—তোৰ মাইকীজনীৰ পিনে আৰু মই চকু নিদিওঁ। তাইৰ কেঁচুৱা হ'বৰ সময়ত মই অলপ টকা দিম, তই মনত কৰি লৈ যাবি। কিন্তু খবৰ্দাৰ, তহঁতৰ আয়েৰাই যেন কোনো কথা ঘুণাক্ষৰেও গম নেপায়। গম পালে মোৰ নো আৰু কি হ'ব, মোকনো আৰু তেওঁ নচঁচা শুলত দিবনে, মোৰেই আৰ্জনৰ ওপৰত দপদপাই আছে তেওঁ, কিন্তু তহঁত হালেই মৰিবি। মনত ৰাখিবি কথাটো।”

ছবিনে সেইদিনা ৰাতিও কেনেকৈ আহি যে ঘৰ পালেহি সি ক'বই নোৱাৰিলে। ইমান ডাঙৰ সমস্যা এটাৰ ইমান সহজে যে সমাধান হৈ গ'ল সি যেন তেতিয়াও বিশ্বাস কৰিব পৰা নাছিল, সি যেন সপোনহে দেখি আছিল।

ছবিন ওবে বাটে গহীন হৈ আহি আছিল। সকলো ভাৱ-চিন্তাৰ মাজত তাৰ মনত প্ৰশ্ন এটা বাৰ বাৰ মূৰ দাঙি উঠিছিল—মালিকে এটা কথা ঠিকেই কৈছে—পটেশ্বৰীয়ে প্ৰথমতেই এনে এষাৰ কথা মালিকক কৈ নপঠিয়ালে কিয়—তাই আত্মঘাতী হ'ব, তাই ভিখাৰিণী হ'ব, তাই জালুকবাৰীলৈ যাব—এই কথা তাই আগতেই কৈ নপঠিয়ালে কিয় ? কিয় ? কিয় ? বগা, থুলন্তৰ চেহেৰাৰ মালিকৰ প্ৰতি তাইৰো কিবা লোভ জাগিছিল নেকি ? সি কুৎসিৎ বুলি তাই তাক মনে মনে ঘিণ কৰে নেকি ?

ছবিনৰ সমস্ত ব্যক্তিত্বলৈ বিৰাট এক গাম্ভীৰ্য্য আহি পৰিল। পটেশ্বৰীক লগ পোৱাৰ এবছৰো হোৱা নাই—সেই এবছৰৰো কম সময়ৰ ভিতৰতে জীৱনে ছবিন নামৰ ফুৰ্তিবাজ চেঙেলীয়া ডেকা এটাক গহীন কঠিন বয়সিয়াল আৰু দুখী মানুহ এটালৈ ৰূপান্তৰিত কৰিলে।

সিদিনা ৰাতি মালিকৰ কুৎসিৎ কামনাৰ পৰা মুক্তি পোৱাৰ উল্লাস ছবিনে পালন কৰিলে পটেশ্বৰীক উধাই-মুধাই প্ৰহাৰ কৰি। তেতিয়া পটেশ্বৰীৰ আঠ মাহ। তাৰ এমাহ পাছত হাস্পতালত পটেশ্বৰীৰ ল'ৰা এটা জন্ম হ'ল। ছদিনাৰ দিনা ল'ৰাটোক লৈ পটেশ্বৰী ঘৰলৈ আহিল আৰু দহ দিন মানৰ পৰা তাই মালিকনীক ইখন সিখন বনবাৰীত সহায় কৰি দিব পৰা হ'ল।

ছবিনে মালিকৰ পৰা টকা খুজিবলৈ নগ'ল।

তাৰ পাছত সময় বাগৰিছিল। পটেশ্বৰীক মাজে মাজে ছবিনে মৰম কৰে, মাজে মাজে মাৰে আৰু অকথ্য ভাষাত গালি পাৰে,—তেনে সুখ-দুখৰ মাজেদি পটেশ্বৰীৰ জীৱনৰ দিনবোৰ পাৰ হৈছিল। নবীন, অৰ্থাৎ ল'ৰাটোৰ



জন্মৰ দুই বছৰৰ পাছত তাইৰ আৰু এজনী ছোৱালীৰ—সাবিত্ৰীৰ—জন্ম হৈছিল। ছবিনৰ বেমাৰো আৰম্ভ হৈছিল তেতিয়াৰ পৰাই, গেষ্ট্ৰিকৰ অসুখ। পটেশ্বৰীয়ে দুখ কৰি কৈছিল যে এদিন মালিকনীক তাৰ পেটৰ বিষৰ কথা কৈ মিছা কোৱাৰ পাপৰ কাৰণেই বোধহয় ভগবানে তাক এই পেটৰ বেমাৰটো দিলে। তাৰ পাছত লাহে লাহে ছবিনৰ বেমাৰ বাঢ়ি গৈছিল কাৰণ সেই বেমাৰত যি ঔষধ-পথ্য লাগে, যি ধৰণে চলিব লাগে একোৱেই সিহঁতৰ বাবে সম্ভৱ নহয়। শেষত যেতিয়া এদিন ভুগি ভুগি ছবিনৰ মৃত্যু হ'ল, পটেশ্বৰীৰ তেতিয়া আকৌ গাত লেঠা। এইবাৰ মালিকনীয়ে স্পষ্টভাৱেই তাইক কৈ দিলে যে ইমান কেইটা ল'ৰা-ছোৱালীৰে সৈতে পটেই তেওঁক কি কৰি-ধৰি খুৱাব, গতিকে তাই জালুকবাৰীৰ সেই এৰি থৈ অহা আশ্ৰয়গ্ৰহলৈকে উভতি যোৱা ভাল হ'ব, তাতেই তাই বেছি সুখত থাকিব আৰু তাইৰ ভৱিষ্যতৰো কিবা এটা ভাল সংস্থান হ'ব।

কেইদিনমান ৰাতি পটেশ্বৰী খুব ভাবি-গুণি থাকিল, কিন্তু কোনো এটা সিদ্ধান্তলৈকে তাই আহিব নোৱৰাৰ দৰে হৈছিল—জালুকবাৰীলৈ যাব পাৰে হয়, তাই হয়তো কান্দি-কাটি ধৰিলে বাইদেউ গৰাকীয়ে তাইক আকৌ আশ্ৰয় দিব—কিন্তু পাঁচ বছৰ হোৱাৰ লগে লগে যে নবীনক তাইৰ বুকুৰ পৰা আঁতৰাই নিব সেই চিন্তাটো দুঃসহ!

শেষত পটেশ্বৰীয়ে এটা কাম কৰিলে। ল'ৰা-ছোৱালী হালক বুকুত বান্ধি তাই ঢলকুছিলৈ আহিল আৰু মাক আৰু ককায়েকৰ ভৰিত পৰি ইনাই-বিনাই কান্দিবলৈ ধৰিলে।

ইতিমধ্যে পটেশ্বৰীৰ দেউতাকৰ মৃত্যু হৈছিল।

পটেশ্বৰীৰ দুজন ককায়েক আৰু এজনী ভনীয়েক। ভনীয়েকক বিয়া দিয়া হৈছিল তাই পলোৱাৰ এবছৰৰ পাছত। ডাঙৰ ককায়েকটোৱে বিয়া কৰাইছিল তাৰো এবছৰ পাছত। সিহঁতবোৰ মাটি নোহোৱা মানুহ, গতিকে গাঁৱত একো কৰি খোৱাৰ আশা নেদেখি সি তেজপুৰলৈ বেপাৰ কৰিবলৈ ওলাই গৈছিল। তিনি বছৰ মানৰ পাছতে সি তাত এখন ভাল গেলা মালৰ দোকান পাতি পেলালে আৰু তেজপুৰীয়া ৰাইজৰ ভাষাত সিয়ো সেই ঠাইখনৰ এজন প্ৰতিষ্ঠিত ‘বাংকা' হৈ পৰিল। স্থানীয় তেজপুৰীয়া ৰাইজৰ বৰ ক্ষোভ যে কামৰূপৰ গাঁৱৰ পৰা মাত্ৰ এখন ‘বাংকা' সম্বল কৰি অহা এই প্ৰব্ৰজনকাৰী কেইটাই এতিয়া তেজপুৰ চহৰৰ ব্যৱসায়-জগতৰ প্ৰায় একচেটীয়া মালিক হৈ পৰিছে, যেনেকৈ সুদূৰ ৰাজস্থানৰ পৰা এটা মাত্ৰ লোটা সম্বল কৰি অত পুৰৰ

এচ্চুকৰ ৰাজ্যখনলৈ অহা এক বিশেষ সম্প্ৰদায়ৰ লোক অসমৰ ব্যৱসায়-জগতৰ সৰ্বেসৰ্বা মালিক হৈ পৰিছে।

যিহওক, পটেশ্বৰীৰ সেই ককায়েক কালীকান্তই ঘৈণীয়েককো লগত লৈ গৈছিল। তাৰ তলৰ ভায়েক ৰবি পাঠশালা স্কুলৰ দুটা শ্ৰেণী মান পঢ়াৰ পাছতে তাক ৰূপকুছি গাঁৱৰ উমা বামুণৰ হাকিম হোৱা ল'ৰা হৰিনাৰায়ণে পিয়ন কৰি লৈ গৈছিল। সেয়া পটেশ্বৰী পলোৱাৰো আগৰ কথা। ৰবিয়ে এতিয়াও পিয়ন কাম কৰি আছে, কিন্তু সি এতিয়া এটা অফিছৰ পিয়ন।

পটেশ্বৰী যেতিয়া ঘৰলৈ আহে তেতিয়া কালীকান্তও আহি ঘৰত আছিল। গতিকে পটেশ্বৰীয়ে ককায়েকক লগ পাই এফালে যেনেকৈ ভয় খালে, আনফালে তেনেকৈ সকাহো পালে, ককায়েক থকা বাবে অন্ততঃ ভাল হওক, বেয়া হওক তাইৰ ভাগ্যৰ কিবা এটা নিষ্পত্তি হ'ব।

ঘৰখনত পটেশ্বৰীৰ মাকে সৰু পুতেকে অলপতে বিয়া কৰোৱা বোৱাৰীয়েকজনীক লৈ অকলে আছিল। ইমান দিনে তেওঁৰ পটেশ্বৰীৰ ওপৰত খং নাইকিয়া হৈ বৰং বৰজীয়েকক হেৰুৱাৰ দুখ এটা তেওঁ বেছিকৈ অন্তৰত লালন কৰিছিল। গতিকে পটেশ্বৰীক অত বছৰৰ মূৰত দেখি তেওঁৰ হিয়া জুৰ পৰিছিল। বিশেষকৈ তেওঁৰ প্ৰভাৱতে পৰি কালীকান্তই পটেশ্বৰীক আশ্ৰয় দিবলৈ ৰাজী হৈছিল। কিন্তু ভনীয়েক কলংকিনী, তেনে ছোৱালীক তেওঁ নিজৰ ঘৰত আশ্ৰয় দিব নোৱাৰে, গতিকে ঘৰৰ কাষত খালী হৈ থকা ঠাই ডোখৰতে তেওঁ তাইক এটা জুপুৰী বান্ধি দিলে। সেইখিনি ঠাইত আগে শাক-পাচলিৰ খেতি কৰা হৈছিল, কিন্তু এতিয়া ঘৰখনত কোনো মতা মানুহ নথকাত ঠাইডোখৰ খালী পৰি আছিল, পিছফালে বাৰীত দুই এজোপা খৰুৱা বেঙেনা আৰু জলকীয়াৰ বাহিৰে মানুহ ঘৰৰ আৰু কোনো শাক-পাচলিয়েই নাছিল।

পটেশ্বৰীৰ মাক আৰু বোৱাৰীয়েক দুটি প্ৰাণীৰ পেট ইঘৰ-সিঘৰৰ পৰা পোৱা শাক-পাত আৰু কেতিয়াবা গাঁৱৰ কোনোবা ল'ৰাৰ হতুৱাই হাটৰ পৰা অনা দুই এবিধ শাক-পাচলিৰে চলি গৈছিল।

যিহওক এনেকৈয়ে পটেশ্বৰীয়ে আশ্ৰয় পালে। তাইক মাজে মাজে কালীকান্তই অলপ পইচা দিয়ে, মাজে মাজে ৰবিয়ে অলপ দিয়ে, তাৰোপৰি তাই গাঁওখনৰ অৱস্থাপন্ন মানুহ দুই এঘৰত বনবাৰি কৰি দিও চাউল আৰু পইচা আৰ্জে—এনেকৈয়ে সিহঁতৰ তিনিটা প্ৰাণীৰ পেট পোহ গৈছিল। তাৰ পাছত জন্ম হৈছিল দ্ৰৌপদীৰ—পৃথিৱীলৈ অহা বহুতো অবাঞ্ছিত সন্তানৰ ভিতৰত আৰু এটাৰ যোগ হৈছিল। তেতিয়া নবীনৰ বয়স হৈছিল ছয় আৰু

সাবিত্ৰীৰ চাৰি। ভাগ্যে দুয়োটা ল'ৰা-ছোৱালীয়েই পটেশ্বৰীক লাচনি-পাচনি কৰি দিব পৰা হৈছিল—নহ'লে কেঁচুৱাক লৈ পটেশ্বৰীৰ পানীত হাঁহ নচৰা অৱস্থা হ'লহেঁতেন।

পটেশ্বৰীৰ মাক বৰ নিজুৰ্ ধৰণৰ তিৰোতা, সাধাৰণ নিয়ম মতে তেওঁক ক'ত বোৱাৰীয়েকে ভয় কৰিব, তেওঁহে বোৱাৰীয়েকক ভয় কৰি চলিছিল।

পটেশ্বৰীৰ দৰে গলগ্ৰহ এটাই বোৱাৰীয়েকক তলে তলে অতি বিৰক্ত আৰু উত্তপ্ত কৰি ৰাখিছিল। গতিকে মাকে ইচ্ছা থাকিলেও জীয়েকক বস্তু-বাহানিৰেই হওক বা শাৰিৰীকভাৱেই হওক—প্ৰায় একো সহায় কৰিব নোৱাৰিছিল। তাৰোপৰি এতিয়া তেওঁ পুত্ৰৰ আৰ্জন খাই জীয়াই আছে, এতিয়া তেওঁ পুতেক-বোৱাৰীয়েকৰ বশ হৈ চলিবই লাগিব।

বৌয়েকৰ ব্যৱহাৰত পটেশ্বৰীৰ মনত কোনো ক্ষোভ নোপজিছিল। তাইৰ দৰে গৃহত্যাগিনী, কলংকিনী ছোৱালী এজনীয়ে যে ইমানৰ পাছতো তাইৰ নিজৰ গাঁও নিজৰ ঘৰৰ দৰে পৃথিৱীৰ ভিতৰতে পবিত্ৰ আৰু মৰমৰ ঠাই এখনত পুনৰ আশ্ৰয় পাইছে—সেই কৃতজ্ঞতাতে তাইৰ মন ভৰি থাকিছিল। তাৰোপৰি তাইৰ ভৱিষৎ শূন্য নহয়, নবীন উঠি আহিছে, সি এটা বৰ ধুনীয়া আৰু ছটফটীয়া ল'ৰা হৈছে, তাৰ বৰ বুদ্ধি হ'ব বুলি সকলোৱে কৈছে, পটেশ্বৰীয়ে তাক যেনেকৈ নহওক পঢ়ুৱাইহে এৰিব, তাক ডাঙৰ মানুহ কৰিহে এৰিব।

ঢলকুছি গাঁৱত নতুন জীৱন আৰম্ভ কৰা পটেশ্বৰীৰ কেৱল এটাই বৰ ডাঙৰ অসুবিধা হৈছিল। নীলকন্ঠৰ ডাঙৰজন পুতেক ললিতে সুবিধা পালেই তেতিয়াও ধুনীয়া হৈ থকা পটেশ্বৰীক বৰ আমনি কৰিছিল। পটেশ্বৰীয়ে আগতে বহুত বাৰ অনুভৱ কৰাৰ দৰে আকৌ নতুনকৈ অনুভৱ কৰিছিল যে দৰিদ্ৰ মানুহৰ কাৰণে ৰূপ বস্তুটো অভিশাপহে, এই ৰূপেই তাইক সমস্ত জীৱন লটিঘটি কৰি মাৰিলে। এতিয়া ললিতে কয় যে তাইৰ দৰে বেশ্যা প্ৰকৃতিৰ তিৰোতা এজনীৰ আকৌ কিহৰ সতীত্বৰ অভিনয়। যিহওক, এইবাৰ পটেশ্বৰী নিজ গাঁও আৰু ঘৰৰ আশ্ৰয়ত থকা বাবে কষ্টেৰে হ'লেও ললিতৰ কামনাৰ পৰা নিজকে বঁচাই ৰাখিবলৈ সমৰ্থ হৈছিল। কিন্তু তাৰ বাবে তাই সদায় সচেতন হৈ চলিব লগা হৈছিল।

নবীনক তাই ওচৰৰে পাঠশালাখনত নাম লিখাই দিছিল। তৃতীয় মান শ্ৰেণীলৈ সি ভালকৈয়ে পাছ কৰি গৈছিল, তেতিয়ালৈ পটেশ্বৰীৰে কিতাপ-বহী সংগ্ৰহ কৰাৰ অতিশয় কষ্টখিনি একৰকম সাৰ্থকেই হৈ আছিল। পুতেকে এটা ক্লাছ পাছ কৰি ইটো ক্লাছত উঠে আৰু লগে লগে পটেশ্বৰীয়ে মনৰ

সংগোপনত পুহি ৰখা আশাৰ সপোনটো অলপ লাৰি-চাৰি চাবলৈ সাহস কৰে। নবীন ডাঙৰ মানুহ হ'ব, ডাঙৰ চাকৰি কৰিব আৰু তেতিয়া সিহঁতৰ নিজাকৈ ঘৰ এটা হ'ব। সৰুৰে পৰা ঘৰৰ সপোন দেখে প্ৰায় সকলো ছোৱালীয়েই, পটেশ্বৰীয়েও দেখিছিল, কিন্তু জীৱনত দুটা মতা লৈয়ো তাই আৰু নিজৰ ঘৰ এটা নেপালে। এতিয়া তাই যিটো ঘৰ পাইছে সেইটোও নিজৰ নহয়, ককায়েকৰহে অনুগ্ৰহৰ দান, আৰু তাক দানোতো বুলিব নোৱাৰি ক্ষন্তেকীয়া আশ্ৰয়ৰ স্থলহে, পুতেক প্ৰতিষ্ঠিত হোৱাৰ পাছততো তাই সেই ঘৰ মাটি পুনৰাই ককায়েকক ওভোতাই দিব লাগিব।

তৃতীয় শ্ৰেণী পাছ কৰি হাইস্কুলৰ ওপৰৰ শ্ৰেণীলৈ উঠাৰ লগে লগে কিন্তু নবীন সলনি হৈ গৈছিল। সি কেইটামান দুষ্ট ল'ৰাৰ লগত লগ লাগি ক্লাছ ফাঁকি দি অনাই-বনাই ঘুৰি ফুৰা হ'ল, এদিনতো সি ৰাতিও ঘৰলৈ ঘূৰি নাহিল। ওৰে ৰাতি বুকু ঢাকুৰি জাগি থকা মাকক আহি পুৱা সি নিৰ্বিকাৰ ভাবে ক'লেহি যে লগৰ ল'ৰাৰ লগত সি নলবাৰীলৈ ছাৰ্কাছ চাবলৈ গৈছিল, মাকক কৈ নগ'ল এইবাবেই যে ক'লে মাকে কেতিয়াও যোৱাৰ অনুমতি নিদিলে-হেঁতেন, গতিকে নোকোৱাকৈয়ে স্কুলৰ পৰা বাহিৰে বাহিৰে গ'ল আৰু ৰাতি বন্ধু এজনৰ ঘৰত থাকিল।

লাহে লাহে নবীনৰ দৌৰাত্ম্য আৰু বাঢ়ি আহিল। তেতিয়া এবাৰ ঘৰলৈ অহা কালীকান্তই ভনীয়েকক ক'লে যে সি নবীনক তেজপুৰলৈকে লৈ গৈ দোকানৰ কামত লগাব। পঢ়াশুনা আৰু তাৰ দ্বাৰা নহ'ব। কিন্তু তাৰ বাবে পটেই দুখ কৰিব নালাগে, আজিকালিৰ দিনত পঢ়িশুনি কেইজন মানুহেনো ভালকৈ খাই-লৈ আছে? ব্যৱসায়তহে লক্ষ্মী আছে, গতিকে নবীনে তেওঁৰ লগত দোকানৰ কাম শিকক, পাছত ডাঙৰ হৈ সি নিজাকৈ ব্যৱসায় আৰম্ভ কৰিব পাৰিব! ঢলকুছিত থাকিলে নবীনৰ কোনো ভৱিষ্যত নাই, মাকক যেতিয়া সি গ্ৰাহ্যই নকৰে—দিনে দিনে আৰু বেছি হৈ হে উচ্ছন্ন হৈ যাব।

ককায়েকৰ কথাত হয়ভৰ দিয়াৰ বাহিৰে পটেশ্বৰীৰ কোনো গত্যন্তৰ নাছিল। ককায়েকৰ প্ৰত্যেকটো কথাই যুক্তিপূৰ্ণ, বৰং তাইৰ অতি ডাঙৰ ভাগ্য এয়ে যে এনেকৈ অধঃপাতে যাব ওলোৱা বাপেক নোহোৱা ল'ৰাটোৰ এনে এজন হিতাকাংক্ষী মোমায়েক আছে।

পটেশ্বৰীয়ে নিজৰ ভাগ্যক ধন্যবাদ দিছিল, কিন্তু তাই অন্তৰত আলফুলকৈ লালন-পালন কৰি থকা সপোনটোৰ উজ্জ্বলতা অলপ ম্লান পৰি গৈছিল। কিন্তু যিহওক, এতিয়াও পুতেকে ব্যৱসায়ী হ'লেও তেওঁক



ঘৰৰ আশ্ৰয় দিব। এই সকলোবোৰ বোধহয় ভগবানৰে ইচ্ছা। তাইৰ ল'ৰা ব্যৱসায়ী নহৈ হ'ব কি?

সেইবাৰেই কালীকান্তই ভাগিনীয়েকক লগত লৈ গৈছিল। পুতেকৰ লগত জীৱনত প্ৰথম বাৰৰ বাবে বিচ্ছেদ হোৱা পটেশ্বৰীয়ে কান্দি-কাটি পুৱা এদিন লঘোনে আছিল আৰু তাৰ পাছত জীৱন আকৌ স্বাভাৱিক গতিত চলি থাকিছিল।

তেনেকৈ ঘৰ এৰি যোৱাৰ দুমাহৰ পাছত নবীন মোমায়েকৰ ল'ৰা বিপুলৰ লগত এসপ্তাহৰ বাবে ঢলকুছিলৈ আহিছিল। সি আগতকৈও সপ্ৰতিভ হৈছিল, কিন্তু মাকক মনে মনে কৈছিল যে মামীয়েকে তাক মৰম নকৰে, ভালকৈ খাবলৈ নিদিয়ে।

কিন্তু দোকানত কাম কৰি সি ভাল পাইছে, দোকানত থাকিলে চহৰৰ নানা দৃশ্য চাই থাকিব পাৰি, নানা ধৰণৰ মানুহ-দুনুহ লগ পাব পাৰি।

মোমায়েকে আগৰ গেলামালৰ দোকানৰ লগতে কাপোৰৰ দোকান এখনো খুলিছে, নবীনক তেওঁ গেলামালৰ দোকানত ৰাখিছে যদিও সি হেনো কাপোৰৰ দোকানলৈ অহা কলেজীয়া বাইদেউ বহুত কেইগৰাকীৰ লগতে চা-চিনাকী হৈছে।

সকলোৱে বোলে তাক খুব মৰম কৰে, কয় বোলে সি বৰ মৰম লগা ধুনীয়া ল'ৰা।

পুতেকক মামীয়েকে ভালকৈ খাবলৈ নিদিয়ে বুলি শুনি পটেৰ বুকুত এপাট শেল বিন্ধিছিল, আকৌ কলেজৰ ছোৱালীবোৰে তাক ইমান মৰম কৰে বুলি শুনি তাইৰ গৰ্বত বুকু ফুলি উঠিছিল। হয়েইতো, নবীনৰ দৰে ধুনীয়া ল'ৰা চহৰতে কেইটা ওলাব...

পটেশ্বৰীয়ে দিনৰাতি ভগৱানক খাটিছিল: হে প্ৰভু, মোৰ ছলিটোক ভালে ৰাখা, হে প্ৰভু আৰু দিন জানো সি নিজোৰ ভৰিত নিজে ঠিয় দিবা পাৰা হয়—তোমাৰ পাৰা মই আৰু আকোকে নিবিচাৰো প্ৰভু!

॥১১॥

পটেশ্বৰীৰ কাহিনীৰ আৰম্ভণীৰ প্ৰায় ষোল-সোতৰ বছৰ মান পাছত পাগলাদিয়াৰ পাৰত আৰু এটা সৰু ঘটনাৰ সূত্ৰপাত হৈছিল। পটেশ্বৰীৰ কাহিনীৰ লগত আপাতদৃষ্টিত তাৰ কোনো মিল নাছিল—কেৱল দুয়োটা ঘটনাৰ মাজত থকা এক মৌলিক সাদৃশ্যই ঘটনা দুটাক যেন এডাল অদৃশ্য ক্ষীণ ডোলেৰে সাঙোৰ খুৱাই পেলাইছিল, কাৰণ দুয়োটা ঘটনাই দুজনী সম্পূৰ্ণ বেলেগ জীৱন যাপন কৰা ছোৱালীৰ মনত একেই ঘৰ বন্ধাৰ সপোন এটাৰ জন্ম দিছিল।

পৰেশ কলিতাৰ জীয়েক অঞ্জলিয়ে যিবাৰ প্ৰি-ইউ. দ্বিতীয় বাৰ্ষিকলৈ প্ৰমোছন পাইছিল সেইবাৰেই বি-এ. পৰীক্ষাৰ ফলাফল ওলোৱা খবৰৰ কাগজখন হাতত লৈ তাই গৈ মাকৰ ওচৰ পাইছিলগৈ, মুখত তাইৰ লাগি আছিল এমোকোৰা হাঁহি ঃ

"মা, মা, এইবাৰ তহঁতৰ শ্বশুৰকুল আৰু পিতৃকুলৰ মুখ উজ্জ্বল কৰি নলবাৰী কলেজৰ পৰা কোনোবা বলীন চৌধুৰী নামৰ ল'ৰা এজনে অসমীয়াত প্ৰথম শ্ৰেণীৰ অনাৰ্ছ পাই পাছ কৰিছে! হাঃ—হাঃ—হাঃ—" অঞ্জলিয়ে যেন হাঁহিত ৰ'বই নোৱাৰিছিল—"নলবৰীয়া ল'ৰা হৈছে অসমীয়াত প্ৰথম! হাঃ—হাঃ—হাঃ—। ঘৰত অনবৰত গেছু, কচ্ছু মাৰি থকা ল'ৰাইনো কি অসমীয়া লিখি প্ৰথম হ'ল মোৰ বৰ চাবৰ মন গৈছে, মা!"

অঞ্জলিৰ মাকে অঞ্জলিৰ ওচৰলৈ আহি দৈনিক অসমখন চালে, তাৰ পাছত গহীনাই ক'লে, "বলীনক তই নাজান নেকি? সিতো আমাৰ বাথানঘাটৰে ল'ৰা। তহঁতৰ নীলকণ্ঠ খুৰাৰে আমাক বহুত দিন তাৰ কথা কৈছে। ঘৰৰ অৱস্থা ভাল নহয়, কিন্তু বলীন সৰুৰেপৰা বৰ চোকা কাৰণে বাপেকে ধাৰ-ঋণ কৰি হ'লেও তাক পঢ়ুৱাইছে। কলেজত পঢ়িছে সি টিউচন কৰি আৰু মেট্ৰিকত পোৱা বৃত্তিৰ টকাৰে। ল'ৰাটো যে অকল পঢ়া-শুনাতে চোকা এনে নহয়, স্কুল-কলেজৰ বক্তৃতা, গল্প-ৰচনা প্ৰতিযোগিতা সকলোতে হেনো সি প্ৰথম হয়। নীলকণ্ঠ খুৰাৰে কয় বোলে বলীন স'চাকৈয়ে শামুকৰ পেটৰ মুকুতা। সেইখন আও গাঁৱলীয়া, শিক্ষাদীক্ষাৰ ভু নোপোৱা ঘৰতনো তেনে ল'ৰা কেনেকৈ জন্ম হ'ল ভাবি আচৰিত লাগে।... যাহওক, দুখীয়া মানুহৰ ল'ৰা, ভালকৈ পাছ কৰিছে বুলি শুনি ভাল পালোঁ।



এতিয়া পাছ-টাছ কৰি উঠি ডাঙৰ চাকৰি-বাকৰি কৰি ঘৰখনৰ ফালে পিঠি নিদিলেই হয়। আমাৰ আকৌ গাঁৱৰ ল'ৰাবোৰে ভাল চাকৰি-বাকৰি কৰি জন্ম হোৱা গাঁওখনলৈ একেবাৰে নেওচা দিয়ে নহয়...।"

ইতিমধ্যে অঞ্জলিৰ মুখলৈ অদ্ভুত এক ভাবান্তৰ আহি পৰিছিল। তাইৰ মুখৰ হাঁহি অন্তৰ্হিত হৈছিল আৰু মনটো উভতি গৈছিল যোৱা বছৰৰ পূজাৰ বন্ধৰ সময়ৰ কেইটামান দিনলৈ। সেই অপৰূপ সময় ছোৱাত তাই জীৱনৰ যি এক অভাৱনীয় অথচ মধুৰতম ৰহস্যৰ মুখামুখি হৈ আহিছিল—আজি তাৰ কি আচৰিত ভাৱেই যে সমাধান হৈ গ'ল!

সেইবাৰ পূজাৰ বন্ধত অঞ্জলিহঁত সপৰিয়ালে অঞ্জলিৰ মোমায়েকৰ ঘৰলৈ ফুৰিবলৈ গৈছিল। গুৱাহাটীৰপৰা নলবাৰী কিমানেইবা দূৰ, কিন্তু তথাপিও পৰিয়ালটোৰ গাঁৱলৈ যোৱা প্ৰায় নহয়েই। তাৰ কাৰণ কেবাটাও। অঞ্জলিৰ মাক মাজে মাজে গিৰিয়েকৰ কৰ্মস্থলীলৈ গৈ কিছুদিন থাকি আহে, গতিকে তাৰ পাছতো আকৌ ঘৰখন এৰি থৈ অইন ঠাইলৈ যোৱাৰ কথা তেওঁ ভাবিবই নোৱাৰে। দ্বিতীয় কথা হ'ল নলবাৰীলৈ যোৱাৰ বাট খৰচ বেছি নহ'ব পাৰে, কিন্তু তথাপি বহুত খৰচ হৈ যায়। গাঁওখনৰ প্ৰায় সকলোৱেই আপোন আৰু প্ৰায় সকলোৱেই দুখীয়া। অঞ্জলিৰ মাকে প্ৰায় প্ৰত্যেক ঘৰলৈকে কিবা নহয় কিবা টেলি-টোপোলা বান্ধিব লগা হয়, তাৰোপৰি সকলোৱে প্ৰায় নানা দুখ-দুৰ্দশাৰ কথা কৈ হাত পাতিবলৈ আহে। ইমান দিনৰ মূৰত গাঁৱলৈ গৈ মানুহবোৰক বিমুখ কৰাও টান, অথচ কিমান জনে যে কিমান ধৰণে সহায় নিবিচাৰে তাৰ লেখ-জোখ নাই। এনেকৈ সহায় বিচাৰিবলৈ যেন—দুই-এঘৰ বেছ অৱস্থাপন্ন মানুহৰ বাহিৰে কোনেও সংকোচ নকৰে। দাৰিদ্ৰ্যই মানুহৰ লাজ অপমান আত্মসম্মানবোধ সকলো নাশ কৰে। গতিকে এই মানুহবোৰেও ভিখাৰীতুল্য হৈ পৰেশ দাৰোগাৰ পৰিয়ালৰ ওচৰত হাত পাতিবলৈ অলপো কুণ্ঠাবোধ নকৰে। তেওঁলোকৰ মানত পৰেশ দাৰোগা টকা-পইচাৰ ফালেদি ধনকুবেৰ, তেওঁলোকক সেইখিনি দান-দক্ষিণা কৰিলে তেওঁৰ বিৰাট ধনৰ ভঁৰালটোৰ এটা সৰু অংশও খালী নহয়।

গাঁৱলৈ অঞ্জলিহঁতৰ পৰিয়ালটো আৰু এটা কথাৰ বাবেও যাব নোখোজে—সেইটো হ'ল পায়খানা আৰু বাথৰুমৰ অসুবিধা। অঞ্জলিৰ ককায়েকৰ ছোৱালীজনীয়ে এবাৰ গাঁৱলৈ গৈ প্ৰায় একোৱে খোৱা নাছিল, তাই নোখোৱাৰ বাবে সকলো ব্যতিব্যস্ত হোৱাত শেষত তাই আইতাকক মনে মনে আচল কথাটো কৈ দিছিল—খালেই যে পায়খানালৈ যাব লাগিব! বেচেৰীয়ে দুদিন

কষ্ট কৰি গাঁৱত থাকি আধামৰাৰ দৰে হৈছিল। তাৰ পাছৰ পৰা আৰু অঞ্জলিৰ মাক-বোৱেকহঁত গাঁৱলৈ যোৱা নাই কিন্তু অঞ্জলি সিবাৰ দেউতাকৰ লগত আকৌ গৈছিল।

এইবাৰ যে আকৌ অঞ্জলি মাকহঁতৰ গাঁৱলৈ আহিল, তাৰ বিশেষ কাৰণ আছিল। অঞ্জলিৰ মোমায়েকৰ ডাঙৰ ল'ৰাটোৰ বিয়া। গুৱাহাটীত থাকি ককায়েকক বৰ ল'ৰাৰ বিয়ালৈ নোযোৱাকৈ থকাটো অঞ্জলিৰ মাকৰ পক্ষে কোনোমতেই সম্ভৱ নাছিল। বিনা কাৰণত তেওঁৰ অনুপস্থিতিক ককায়েকে জীৱনত ক্ষমা নকৰিব। কিছুদিন আগতে তেওঁ নিজে গুৱাহাটীলৈ গৈ প্ৰত্যেককে দৢাই দৢাই মাতি আহিছে, পৰেশ কলিতালৈ জৰুৰী চিঠি দিছে।

গাঁৱৰ বিয়া এখন চাব পাব বুলি অঞ্জলিৰ কিন্তু খুব ফুৰ্তি লাগিছিল। খুব সৰুতেই যি এখন গাঁৱৰ বিয়া দেখিছে তাই, তাৰ বাহিৰে আৰু গাঁৱৰ কোনো বিয়া দেখা নাই। সেই বিয়াখনৰ ভোজৰ ভাত কেইটাৰ কথা কিয় জানো, অঞ্জলিৰ এতিয়াও মনত পৰি থাকে। বহৰ ডাইল, বৰালী মাছ আৰু পঠাৰ মাংস আছিল সেই ভোজৰ ভাতৰ উপকৰণ। অঞ্জলিয়ে সৰুৰে পৰা ঘৰে-বাহিৰে বহুত সুখাদ্য খাইছে, কিন্তু সিদিনাৰ সেই বহৰ ডাইল, বৰালী মাছৰ টেঙা আৰু পঠাৰ মাংসৰ জুতি যেন তাইৰ এতিয়াও জিভাত লাগি আছে। অঞ্জলিয়ে এতিয়া বুজিব নোৱাৰে, স'চাকৈয়ে গাঁৱৰ সেই বিয়াৰ ভোজটোৰ ৰন্ধাবঢ়া অতি উত্তম হৈছিল নে গোটেই পৰিবেশটোৱে মিলি তাইক সেই অদ্ভুত তৃপ্তি দিছিল। আনফালৰ মাটিৰ চোতালত কলপাত পাৰি দিয়া হৈছে, গোটেইখন গাঁৱৰ ল'ৰা-ছোৱালীয়েই ভোজ খাবলৈ আহিছে, দুবছৰীয়া ল'ৰা-ছোৱালী আহিও পাত লৈ বহিছে -- তাৰ মাজত অঞ্জলিও বহিছে, বিৰাট ফুৰ্তি মনত। ল'ৰা-ছোৱালীবোৰৰ দেখাদেখি তায়ো ভাতৰ মাজত গাঁত এটা কৰি লৈছে—তাত বিলনীয়াই ডাইল দিব। ভাতত গাঁত কৰি ইফালে সিফালে চাই অঞ্জলি অতি অবাক হৈছে, তাইকতো এক পাহাৰ ভাত দিছেই, তাইৰ পৰা অলপ দূৰৈত বহা অকণমান ল'ৰাটোৰ পাততো সেই পাহাৰ ভাত দিয়া হৈছে আৰু ডাইল অহাৰ আগতেই সি শুদা ভাতেই মুখত ভৰাবলৈ আৰম্ভ কৰিছে। ল'ৰাটোৰ হাত-ভৰিবোৰ সৰু সৰু, কিন্তু পেটটো প্ৰকাণ্ড। পুৰণি মলিয়ন পেণ্ট এটা আৰু পেটৰ ওপৰত ওলমি থকা অলপ ফটাছিটা ধৰণৰ ছাৰ্টটোৱে তাৰ বৰ পেটটো ঢাকি ৰাখিবলৈ সমৰ্থ হোৱা নাছিল। অঞ্জলিয়ে প্ৰথমৰ পৰা এটা কথা লক্ষ্য কৰিছিল যে বিয়াৰ ভোজ খাবলৈ অহা বেছি ভাগ ল'ৰা-ছোৱালীয়েই ঘৰত পিন্ধি থকা মলিয়ন আৰু ফটাছিটা কাপোৰ-কানিৰেই আহিছে।



তাৰ পাছত ডাইল আহিছিল, আঞ্জা আহিছিল, মাংস আহিছিল, মাছ আহিছিল। অঞ্জলিৰ আৰু অবাক হ'বলৈ তেতিয়াও বাকী আছিল, কাৰণ সেই পেট ওলোৱা ল'ৰাটোৰ পিনে চাই তাই দেখিছিল যে সি তাৰ ভাতৰ পাহাৰটো খহাই প্ৰায় শেষেই কৰিলে, আৰু বোধহয় ভাত লাগিব তাক! কিন্তু অকল সিয়েই বা কিয়, প্ৰায় সকলোবোৰ ল'ৰা-ছোৱালীয়েই গোগ্ৰাসে গিলিছে, প্ৰায় সকলোৰে ভাতৰ পাহাৰ সমতল ভূমিত পৰিণত হৈছে। অঞ্জলিয়ে আকৌ মন কৰিলে যে অকল সেই ল'ৰাটোৰে নহয়, তাৰ সমনীয়া, তাতকৈ সৰু বা তাতকৈ ডাঙৰ - বহুতৰেই একে ধৰণৰ পেটবোৰ ওলোৱা।

পাছত দেউতাকে অঞ্জলিক বুজাইছিল যে অপুষ্টিৰ বাবেহে তেনেকৈ পেটবোৰ ওলায়, বেছিকৈ খোৱা বাবে নহয়। দেউতাকে অঞ্জলিক ইয়াকো কৈছিল যে গাঁৱৰ মানুহৰ ভোজলৈ বৰ লোভ, কাৰণ ঘৰত তেনে এটা খানা সিহঁতৰ সপোনৰ বস্তু। ডাঙৰ মাছ, মাংস —এইবোৰ বস্তু সিহঁতে পাব ক'ত? আৰু আধি-বৰালীয়েই হ'ল সিহঁতৰ বাবে ডাঙৰ মাছ; তেনে মাছৰ টুকুৰা খাবলৈ পোৱাটো অতি ভাগ্যৰ কথা। বিয়া আৰু শ্ৰাদ্ধ, এই দুই সকামত গাঁৱৰ মানুহক ভোজ দিবই লাগিব, অতি দৰিদ্ৰয়ো কিবাকৈ সেইফেৰা কৰ্তব্য সমাধা কৰিব লাগিব, নহ'লে ৰাইজে শুদাই নেৰে।

এতিয়া মোমায়েকৰ ল'ৰাৰ বিয়া। অঞ্জলিৰ মনত সেই পুৰণি স্মৃতি জাগি উঠিল আৰু একধৰণৰ নষ্টালজিয়া বোধেও তাইৰ মনটো আচ্ছন্ন কৰিলে। হেৰাই যোৱা অভিজ্ঞতা এটাৰ পুনৰ আস্বাদ পাবলৈ তাইৰ মন মন ব্যগ্ৰ হৈ উঠিল। তাৰোপৰি কেইদিন মান আগতে উত্তম নামৰ মানুহজন আহিও অঞ্জলিৰ মনৰ আগ্ৰহ আৰু বঢ়াই তুলিছিল। উত্তম মোমায়েকৰ গাঁৱৰে এজন মানুহ, গাঁও-সম্পৰ্ক বুলি কথা এটা আছে, সেই গাঁও সম্পৰ্কৰ বাবেই উত্তমে অঞ্জলিৰ মাকক বাই বুলি মাতে। অঞ্জলিহঁত যেতিয়া খুব সৰু আছিল তেতিয়া দুই এবাৰ মোমায়েকৰ গাঁৱলৈ যাওঁতে মোমায়েকৰ ল'ৰা-ছোৱালীবোৰৰ লগতে অঞ্জলিয়েও বাটেৰে গৈ থকা এই মানুহজনক সুৰ লগাই লগাই জোকাইছিল— যি কথা এতিয়া উত্তমক দেখি মনত পৰিলে অঞ্জলিৰ ভীষণ লাজ লাগি যায়। তেতিয়া সিহঁতে এইদৰে জোকাইছিল ঃ

উত্তম, পেটটো ফুত্তম
নদীৰ পাৰোত নিম
ডবা খচা দিম ॥

আৰু তাৰ পাছতে আটাইজাকে খিলখিলাই হাঁহি তাৰপৰা পলাই গৈছিল।

কিন্তু অঞ্জলিয়ে তাহানি দেখা উত্তম আৰু এতিয়া মাকৰ ওচৰলৈ মাজে মাজে আহি থকা উত্তমৰ মাজত কোনো মিল নাই। এতিয়াৰ উত্তমক মেলে-বিয়াই নহয়, অনাহাৰ-বেমাৰে বিজ্ঞাপনৰ বৰপেট ওলোৱা, কাঠিৰ দৰে হাত ভৰিৰ মেলেৰিয়াৰ পাছৰ দণ্ডীৰামটোৰ দৰেই কৰি তুলিছে। অঞ্জলিহঁত সৰু থাকোঁতে উত্তমৰ অৱস্থা ভালেই আছিল, মানুহজনৰ তেতিয়াও মাটি বৃত্তি প্ৰায় নাছিলেই, কিন্তু এখন বিৰাট বাৰী আছিল। সেই বাৰীখনত জোৱান উত্তমে বছৰৰ সকলো সময়তে সকলো ধৰণৰ খেতি কৰিছিল, তাৰোপৰি তামোল-পাণ, নাৰিকল এইবোৰতো আছেই। সেই বস্তুবোৰ উত্তমে সপ্তাহত দুবাৰকৈ বহা নলবাৰীৰ হাটত বেটমৰা ভাৰেৰে কঢ়িয়াই নি বেচি থৈ আহিছিলগৈ। তাৰোপৰি নিজৰ যি সামান্য খেতিৰ মাটি আছিল তাৰ পৰাও অলপ ধান পাইছিল। কিন্তু সকলো সৰ্বনাশ হৈ গ'ল পাগলাদিয়া নৈ খনৰ মথাউৰিৰ বাবে। পাগলাদিয়াৰ পৰা সাত মাইল নিলগত থকা এই গাঁওখনত হেনো কোনোদিনেই বানপানী উঠা নাছিল। এনেকি অঞ্জলিৰ মাকে সিহঁতক কৈছিল যে মাক-দেউতাকে তেওঁক চলকুছি গাঁৱৰ পৰেশ কলিতালৈ এই কাৰণেই প্ৰথমতে বিয়া দিবলৈ আপত্তি কৰিছিল যে কোনোদিন বানপানীৰ অভিজ্ঞতা নথকা ছোৱালী এজনীয়ে পাগলাদিয়াৰ পাৰৰ বানপানীত ডুবি থকা গাঁও এখনত থাকি বৰ কষ্ট পাব। যিহওক, পৰেশ কলিতা গাঁৱত নেথাকিব বুলি জানিয়েই যেনিবা শেষত শুকান ঠাইৰ ছোৱালীজনীক তিতা ঠাইৰ মানুহজনলৈ বিয়া দিয়া হৈছিল।

কিন্তু আচৰিত কথা যে চলকুছি-বাথানঘাটত মথাউৰি হোৱাৰ পাছতে অঞ্জলিহঁতৰ মোমায়েকৰ গাঁওখনত সৰ্বনশীয়া বানপানী উঠিবলৈ ধৰিলে। কোনোদিন বানপানীৰ সন্মুখীন হ'ব নলগীয়া মানুহবোৰ একেবাৰে বিবুধিত পৰি গৈছিল।

যিহওক, সেই বানপানীয়ে গাঁওখনৰ আৰু বহুতৰ দৰে উত্তমকো ডাঙৰ সৰ্বনাশ কৰিলে। তেওঁৰ জোপোহো হৈ নাৰিকল গছ, তামোল গছ শকত দেখা কৰি বথা পাণবোৰ মৰি গ'ল, বাৰিষা কোনো ধৰণৰ শাক-পাচলি পানীত তিষ্ঠি থাকিব নোৱৰা হ'ল, এনেকি নাৰিকল-তামোলো কিছু মৰিল। কিন্তু বিপদ মানুহৰ অকলে নাহে, উত্তমক গাঁৱৰ মানুহৰ ভাষাত এক 'অচিন ব্যাধিয়ে' লগ দিলে, তেওঁৰ ভৰি জিনজিনাই থাকে আৰু তাৰ পাছত সেই ভৰিৰ অসহ্য বিষত ৰ'ব নোৱৰা হয়। অঞ্জলিৰ এজনী বন্ধুৰ মাকৰো সেই একে লক্ষণৰ বেমাৰ হোৱা বাবে অঞ্জলিয়ে অৱশ্যে উত্তমৰ 'অচিন ব্যাধি'ক সহজেই চিনি পাইছিল। সেই বাবে অঞ্জলিয়ে তেওঁক উপদেশ দিছিল যে তেওঁৰ 'ছায়াটিকা'



নামৰ এবিধ ৰগৰ বিষ হৈছে, ডাঙৰ বেমাৰ একো নহয়, কেৱল পৰিশ্ৰম বেছি কৰিব নালাগে। সেই উপদেশ শুনি উত্তমে অঞ্জলিক কৈছিল, "তুমি মোক ভাল ঔষধটোকে দিলা দে মাই! তাতকে নকৰা কিয়া—যি মই বানপানীত ডুবি মৰ্‌বা লাগে? মই জিৰে থাক্‌লি মোক খুৱাবো কুনি?"

কিন্তু তথাপি উত্তমে সেই জিৰাই থাকিব লগীয়াই হ'ল। ডলা, কুলা, খৰাহি, বিচনি, জাকৈ আদি বহি বহি বোৱাৰ বাহিৰে তেওঁ আৰু একো কাম কৰিব নোৱৰা হ'ল। ঘৈণীয়েকে ইঘৰ সিঘৰত ধান বানি, ইটো সিটো কাম কৰি দি যি কেইটা ধান বা পইচা আৰ্জে আৰু উত্তমৰ বহিৰ কামৰ বস্তুবোৰ কেতিয়াবা বেচা গ'লে যি পইচা আহে, তাৰে ঘৰখন কোনোমতেই পোহপাল যাব নোৱাৰে। গতিকে কামৰূপৰ গাঁওবোৰৰ, বিশেষকৈ নলবাৰী অঞ্চলৰ দুখীয়া গাঁৱলীয়া পৰিয়ালবোৰে এই বিপদৰ পৰা উদ্ধাৰ পাবলৈ যি ব্যৱস্থা কৰে উত্তম-হঁতেও তাকেই কৰিলে। তেওঁলোকৰ ডাঙৰ ল'ৰা নগেনক স্কুলৰ পঞ্চম মান শ্ৰেণীৰ পৰা এৰুৱাই আনি গুৱাহাটী চহৰৰ এঘৰ উকিলৰ ঘৰত কাম কৰা ল'ৰা হিচাপে থোৱা হ'ল। সাধাৰণতে নলবৰীয়া ল'ৰায়েই বেছিকৈ লগুৱা হয়—এই চলিত কথাষাৰৰ আৰু এবাৰ সত্যতা প্ৰমাণ কৰি উকিলনীৰ মাজে মাজে গালি আৰু দুই এটা চৰ খাই উকিলৰ ঘৰত থাকি যতীনে গুৱাহাটী চহৰৰ নলবৰীয়া ভৃত্য সম্প্ৰদায়ৰ সংখ্যা বৃদ্ধি কৰিলে। গাঁৱৰ পৰা চহৰলৈ চলি থকা প্ৰব্ৰজনৰ শোভাযাত্ৰাটোও নগেনৰ এই যোগদানৰ দ্বাৰা আৰু অলপ দীঘল হ'ল বুলি ক'ব পাৰি।

উত্তমে গা ভাল পালে আজিকালি পুৰণি সম্পৰ্কৰ সূত্ৰ ধৰি অঞ্জলিৰ মাকৰ ওচৰলৈ আহে আৰু তেওঁলোকৰ ঘৰত দুই এদিন থাকি মাছে-ভাতে ৰাজকীয় খানা খাই দুই-এটা টকা, দুই-এখন পুৰণি কাপোৰ, অলপ ডাইল, অলপ আটা আদি ইটো সিটো খুজি লৈ যায়। আগতে অৱস্থা ভালে থাকোঁতে এনেকৈ কোনোদিন নাহিছিল বা ভিখাৰীৰ দৰে ইটো সিটোও নুখুজিছিল। কিন্তু এতিয়া অভাৱে মানুহজনৰ স্বভাৱ নষ্ট কৰিলে। কিন্তু এনেকৈ খাই থাকি, বস্তু-বাহানিৰ টোপোলা নিয়াৰ পিছতো মানুহজনৰ মুখত অঞ্জলিহঁতৰ প্ৰতি কোনো ধৰণৰ কৃতজ্ঞতাৰ ভাৱ ফুটি নুঠে বা পোৱাৰ আনন্দৰ কোনো ধৰণৰ চিন ফুটি নোলায়! এবাৰ অঞ্জলিৰ বৌৱেকৰ অসহ্য হোৱাত পেটত লুকাই থব নোৱাৰি কথাষাৰ শাহুৱেক আৰু অঞ্জলিৰ আগত কৈয়েই পেলালে। তেতিয়া মাকে কিবা কোৱাৰ আগতে অঞ্জলিয়েই হাঁহি হাঁহি মাত লগাইছিল, "বৌ, নীতি-বচনত আছে বোলে তুমি যেতিয়া তোমাৰ সোঁহাতেৰে দান কৰিবা, তেতিয়া তোমাৰ বাঁও হাতখনৰ পৰাও নেই কথাটো গোপন

কৰিবা—অৰ্থাৎ দানৰ অহংকাৰ কোতয়াও হ'ব নেলাগে। কিন্তু কি কৰিবা বৌ—" অঞ্জলিয়ে কৃত্রিম হুমুনিয়াহ এটা কাঢ়ি কৈছিল, "দান কৰি পাহৰি যোৱাটো সঁচাকৈয়ে বৰ টান কথা। ৰবীন্দ্রনাথেও কৈ গৈছে যে 'দেয় যে জন কি দশা পায় তাকে, দেওয়াৰ কথা কেনই মনে ৰাখে' !"

অঞ্জলিৰ এনে ধৰণৰ কথা-বতৰাক কোনেও পাত্তা নিদিয়ে বা কোনেও ভালকৈ নুশুনেই। গতিকে আজিও সেইফালে মন নিদি মাকে বৌৱেকৰ কথাৰ উত্তৰ হিচাপে ক'লে, "গাঁৱৰ মানুহ তেনেকুৱাই দিয়ে মণিমা। সিহঁতে শলাগ ল'ব নাজানে— কি কৰিবা আৰু। তথাপিও আমাৰ কামৰূপৰ গাঁৱৰ মানুহবোৰক যে উজানৰ গাঁৱৰ মানুহৰ দৰে আলপৈচান ধৰিব নালাগে সেয়ে ৰক্ষা।"

আকৌ অঞ্জলিয়ে হাঁহি হাঁহি মাত লগাইছিল, "তই নিজে গাঁৱৰ জীয়ৰী হৈ গাঁৱৰ কিয় বদনাম গাইছ অ' মা? চহৰৰ শিক্ষিত মানুহবোৰে হৰ পায় খুব কৃতজ্ঞতা জানে? অ' বৌ, গ্রিছ নে ৰোম নে তেনে কোনোবা ঠাইৰ পুৰাণি আখ্যানত দয়া আৰু কৃতজ্ঞতাৰ দেৱী দুগৰাকীক একেবাৰে অহি-নকুল হিচাপে কল্পনা কৰি থৈছে,—জানানে তেওঁলোকৰ চুলিয়া-চুলি লাগিয়ে থাকে, নাজানা? স্বয়ং ঈশ্বৰচন্দ্র বিদ্যাসাগৰেও বোলে কৈছিল—'মোৰ বদনাম কৰিছে মানুহজনে? কিয়? মইতো জীৱনত তেওঁক কোনোদিন একো উপকাৰ কৰা মনত নপৰে'। অঞ্জলিয়ে হি হিকৈ হাঁহি দিছিল, সেই হাঁহিৰ দ্বাৰা সংক্রামিত হৈ বৌৱেকেও বাধ্য হৈ অলপ হাঁহিছিল আৰু মাকে— "এই পাগলীজনীয়ে বাজাৰ কিতাপসোপা পঢ়ি পঢ়ি কি লাগ্-বান্ধ নোহোৱা কথাবোৰ কৈ থাকে' বুলি মিচিকীয়া হাঁহি এটা মাৰি নিজৰ কামত লাগিছিলগৈ।

সেই উত্তম অঞ্জলিৰ ভাষাত 'সিধা' নিবলৈ আহিছিল। মোমায়েকৰ ল'ৰাৰ বিয়াৰ বা-যোগাৰৰ কথা উত্তমেই গোটেইবোৰ খৰচি মাৰি ক'লে। উত্তম আহিলে অঞ্জলিয়ে এক মুখ হাঁহিৰে সৈতে তেওঁৰ ওচৰতে লেপেটা কাঢ়ি বহি লয়গৈ আৰু গাঁৱৰ কথাবোৰ পেঘেনিয়াই পেঘেনিয়াই সুধি থাকে। উত্তমেও বৰ ভাল পায়। অঞ্জলিৰ মাকে আনি দিয়া আপুৰুগীয়া চেনি গাখীৰৰ চাহখিনিত ৰুটি তিয়াই তিয়াই লাহে লাহে জুতি লগাই খাই অঞ্জলিক দীঘলীয়াকৈ গাঁৱৰ গল্পবোৰ কয়। এইবাৰ তেওঁৰ গল্পৰ জোলোঙাত আৰু বহুতো গল্প জমা হৈছে। এইবাৰৰ প্রধান বিষয়বস্তু হ'ল অঞ্জলিৰ মোমায়েকৰ পুখুৰীটো।

"বুজিছুৱা মাই, মিমেৰে বিপৰীত মাছোৰ ছানা জিয়েছিল। কিন্তু



ৰাতি ৰাতি চোৰে লৈ যায়—ডাঙাৰ ডাঙাৰ মাছ, ক'বাত হাটোত নি বেচেগে, বহুত টকা পায় বাচ্ছাহাঁতে। শেষোত মিমেৰে উপায় নাপে পুখুৰীটোত আকসোপা পানিকে ৰুই দিলাক। ইতা সেই পানি বাঢ়ি আহি পুখুৰীটো ছাটি ধৰুছি। চোৰোৰ মাছ নিয়া বন্ধো হ'ল হৈ, কিন্তু পানিৰে পুখুৰীটো খালাক্। পিছে ইয়াৰ পুখুৰীৰ পানি উঠৈ মিমিৰে পুখুৰীৰ অ'ত ত'ত সাই পুতি দিছি। সাইগিলা উঘ্লিতো আৰ চোৰে মাছ নিবা নৰে। মিমেৰেৰ পুখুৰীত অন্ধুত মাছ আছে, মাই। পুতাকোৰ বিয়াত সেই মাছেদি ডাঙাৰ ভোজ খাবা পাবো বুলি গঞাই আশা পালি বাট চাই আছে। আমাৰ নগেনটোকো বিয়াকৰ্গেলি নিবা পাল্লি ভাল আছিল। নহ'লি সিফালে মাকটোই কান্দি-কাটি মৰুবো মাকেৰে ভোজ খৰা হান হবো।"

নগেনৰ কথা ওলালে উত্তমৰ উৎসাহত ভেটা ভাগি অহা বানপানীৰ ঢলৰ দৰে ওলাই অহা কথাৰ সোঁত অলপ কমি আহে।

"নগেনটোক উকিলনীয়ে অলপো ভাল ব্যৱহাৰ নকৰে হা মাই। ভালকে বোলে খাবাও নেদে। সেইহাঁতে খৰা ভাল বস্তুৰ ভাগ বোলে তাক নেদেই। আপোন মানুহোৰ তাত চাকৰ থলি গাঁৱোৰ মানুহে মোক নিন্দা কৰুবো, নহলি মাই নগেনটোক মোৰ তোহ্নাৰ অতি থৱাৰ হি ইচ্ছা যায়।"

দুদিন থাকি যথাৰীতি টকা-পইচা, বস্তু-বাহানি যি মিলে তাকে লৈ উত্তম গ'ল, মোমায়েকৰ পুতেকৰ বিয়ালৈ অঞ্জলিহঁত যাব বুলি শুনি আনন্দ প্রকাশ কৰি গ'ল আৰু অঞ্জলিৰ মাকক প্রতিশ্রুতি দি গ'ল যে তেওঁ বৈণীয়েকৰ হতুৱাই কলৰ খাৰ, শাকৰ গুড়ি আৰু কচু শুকোৱা তেওঁলোকৰ বাবে ঠিক কৰাই থৈ দিব।

উত্তম যোৱাৰ পাছত অঞ্জলিৰ বৌৱেকে অঞ্জলিক এফলীয়াকৈ মাতি নি সুধিছিল ঃ

"অঞ্জলি, উত্তম কাইক তুমি কিমান টকা দিলা?"

অঞ্জলি যেন খুব অবাক হ'ল—"মই টকা দিয়া বুলি তোমাক কোনে ক'লে?"

"কোনেও ক'ব নেলাগে, মই জানো।"

এইবাৰ অঞ্জলিয়ে গাম্ভীর্য ত্যাগ কৰি হি হি কৈ হাঁহি দিলে ঃ "বৌ, বাঁওহাতৰ পৰা ক'ত লুকাম তোমাৰ পৰাও লুকাব নোৱাৰিলোঁ। দিলোঁ দিয়া দহ টকা, মোৰ বৃত্তিৰ টকা হাতত আছিল নহয়। পিছে টকা কিয় দিলোঁ জানানে নাজানা? কওঁ শুনা। এবাৰ আমি এদল ছোৱালী চিড়িয়াখানালৈ

যাওঁতে গড় এটালৈ চাই চাই এজনী ছোৱালীয়ে কৈ উঠিছিল—'গঁড়টোৰ গাৰ সেই ছালখন যেন নিজৰ নহয়, কোনোবাই যেন আন মৰা গঁড়ৰ পৰা আনিহে তাৰ গাত সেইখন পেলাই থৈছে, সেইবাবে অলপো ফিট্ কৰা নাই, একেবাৰে সোলোক-ঢোলোক হৈ আছে।' বুজিছা বৌ, উত্তম বোলা মানুহজনক দেখি মোৰ সেই ঘটনাটো মনত পৰি গৈছিল। কাৰণ এই মানুহজনৰো যেন গাৰ ছালখন নিজৰ নহয়, তেওঁৰ হাড়ৰ জকাটোৰ ওপৰত যেন কোনোবা এক অকাল বৃদ্ধ মানুহৰ ছাল এখনহে পেলাই থোৱা আছে, গতিকে গঁড়টোৰ দৰেই একেবাৰে ফিট্ কৰা নাই, সোলোক ঢোলক কৰি আছে। অথচ চোৱাচোন, গাঁৱৰ সৰু ল'ৰা-ছোৱালীবোৰে আমি এওঁক সৰুতে জোকোৱা গীতটোৰে কেনেকৈ জোকায়? নেখাই নেখাই যাৰ পেটেই নোহোৱা হৈছে, তাৰনো আৰু কোনটো পেট ফুটা কৰে? গতিকে মায়ে দিয়া বস্তু আৰু মই দিয়া টকাৰে উত্তমে সৰুসুৰা হ'লেও বা ক্ষণস্থায়ী হ'লেও পেট এটা বনাওক, গাৰ ছালখন ফিট কৰক, তেতিয়াহ'লে বেচাৰী ল'ৰা-ছোৱালীবোৰে আকৌ মনৰ সুখত জোকাব পাৰিব—'উত্তম, পেটটো ফুত্তম—' হাঃ-হাঃ-হাঃ।

বৌৱেকে অঞ্জলিৰ পিনে অদ্ভুত এটা দৃষ্টি হানি তাৰপৰা আঁতৰি গৈছিল। তেওঁৰ ননন্দেকজনীৰ যে সঁচাকৈয়ে মগজত অলপ গোলমাল আছে আকৌ এবাৰ নিঃসন্দেহ হ'ল বৌৱেক।

ককায়েকৰ পুতেকৰ বিয়ালৈ যাওঁতে অঞ্জলিৰ মাকৰ আৰু এটা কৰিবলগীয়া কাম আছে। ওচৰৰু পাঁজৰৰ গাঁৱৰ পৰা এটা ভাল কাম কৰা ল'ৰা বিচাৰি আনিব লাগিব। আগৰ ধৰ্ম নামৰ ল'ৰাটো মোটামুটি ভালেই আছিল, কিন্তু মাকৰ বেমাৰ বুলি চিঠি এখন পোৱাত সি ঘৰলৈ গ'ল, আজিলৈকে আৰু ঘূৰি নাহিল। কাম কৰা ল'ৰা এটা নেথাকিলে চলেনে? ঘৰখনৰ কত কাম। অথচ আজিকালি জধেমধে অচিন ল'ৰাও ল'ব নোৱাৰি, এনেকৈ লোৱা ল'ৰাই বহুত গৃহস্থঘৰক চুৰ কৰি বা অইন প্ৰকাৰেও বিপদত পেলাই গৈছে। গতিকে নিজৰ গাঁৱৰ ওচৰৰ জনাশুনা ল'ৰাহে আনিব লাগিব। অঞ্জলিৰ হতুৱাই অঞ্জলিৰ মাকে তাইৰ মোমায়েকলৈ এই মৰ্মে এখন চিঠি লেখাইও থৈছে।

অঞ্জলিয়ে তেনেকৈ ঘৰৰ কাম নকৰিছিল। কিন্তু ধৰ্ম যোৱাৰ পৰা তাইও ইখন সিখন কৰা হ'ল আৰু কেতিয়াবা বেছি পৰিশ্ৰম হ'লে ভাগৰৰ দীঘল উশাহ লৈ বৌৱেকক গহীন সুৰেৰে কয়—"অ' বৌ, মইতো দিনৰাতি ভগবানক খাটিয়ে থাকোঁ যে আমাৰ দেশৰ দাৰিদ্ৰ্য যেন দীৰ্ঘজীৱি হয়, নহ'লে আমিনো ক'ত কাম কৰা ল'ৰা-ছোৱালী পাম কোৱা? লগুৱাৰ সোঁত যাতে আমাৰ



চহৰলৈ অন্ততঃ আমি জীয়াই থকা দিন কেইটাত চলিয়ে থাকে, তাৰ বাবে কেৱল ভগৱানকে খাতিৰ কৰি নেথাকি মই নিজেও এটা কাৰ্যকৰী ব্যৱস্থা ল'ম বুলি ভাবি থৈছোঁ।"

এই ছোৱালীজনীয়ে বা আকৌ ক'ব কথাৰ পৰা কি লাগ-বান্ধ নোহোৱা কথালৈ যায়—সেই চিন্তাত বৌৱেকে প্ৰথমতে কৌতূহল দেখুৱাবই খোজা নাছিল। কিন্তু শেষত আৰু নোৱাৰিলে, সুধিয়েই পেলালে, "তোমাৰ সেই কাৰ্যকৰী ব্যৱস্থা কি হে অঞ্জু?"

অঞ্জলিয়ে হাঁহি হাঁহি ক'লে, "মই আমাৰ শিক্ষামন্ত্ৰীলৈ ধৰ্মৰ ভায়েক শুখুনাৰ চিঠিখন পঠিয়াই দি লগত এখন আবেদন লেখিম যে গাঁৱৰ ষষ্ঠমান শ্ৰেণীৰ ল'ৰা এজনৰ শিক্ষা-দীক্ষাৰ কি নমুনা লগৰ চিঠিখন পঢ়িলেই বুজিব পাৰিব। চহৰৰ ষষ্ঠ শ্ৰেণীৰ আটাইতকৈ গাধা ল'ৰাটোৱেও ইয়াতকৈ বহুত বেছি শুদ্ধ ভাষা লেখিব জানে। গতিকে গাঁৱৰ স্কুলবোৰ উঠাই দি গাঁৱৰ দুখীয়া ল'ৰাবোৰক গাঁৱৰ ধনী মানুহৰ ঘৰত বন্ধা আৰু চহৰৰ পৰিয়ালবোৰত লগুৱা থকাৰ বন্দৱস্ত পকা কৰি দিয়ক। আমাৰ দুখীয়া দেশখনত শিক্ষাৰ নামত এনে অপচয় কৰিব নালাগে।"

অঞ্জলিৰ কথাত বৌৱেকে গহীনভাৱে ক'লে, "সঁচায়ে অঞ্জু, আমাৰ দৰিদ্ৰ পাছপৰা গাঁওবোৰত যে সাধাৰণ ল'ৰা-ছোৱালীবোৰে কি শিক্ষা পাই আছে ধৰ্মৰ ভায়েকৰ চিঠিখনেই প্ৰমাণ। ষষ্ঠ মান শ্ৰেণীৰ ল'ৰা এটাই লেখা চিঠি বুলি কল্পনাই কৰিব নোৱাৰি। সিনো ষষ্ঠ মানলৈ উঠিল কেনেকৈ? সেই স্কুলত নো কোন শিক্ষকে পঢ়ায়? ইফালে ছাত্ৰ-ছাত্ৰীৰ মাক-বাপেক হ'ল বেছি ভাগেই অশিক্ষিত। ঘৰৰ কাম কাজ ক্ষতি কৰাই বা দৰিদ্ৰৰ আটকীয়া টকা খৰচ কৰি তেওঁলোকে বোধহয় সেণালী সপোন ৰচি থাকে যে এদিন পঢ়ি-শুনি তেওঁলোকৰ ল'ৰা হাকিম-মুন্সিফ কিবা হৈ তেওঁলোকৰ দাৰিদ্ৰ্য দূৰ কৰিব। কি যে হ'ব আমাৰ এই দুখীয়া দেশখনৰ!"

অঞ্জলিৰ বৌৱেকে বেজাৰ মনেৰে কথা কেইটা ক'লে আৰু তাৰ পাছত তেওঁ নিজৰ কামত লাগিলগৈ—তেওঁৰ দুখীয়া দেশখনৰ কুশিক্ষাৰ দুঃচিন্তাই কামৰ মাজত ডুবি থাকোঁতে মুহূৰ্ততে মনৰ পৰা সম্পূৰ্ণ নাইকিয়া হৈ গ'ল।

ধৰ্মই ভায়েকৰ চিঠিখন অহাত অঞ্জলিৰ ওচৰলৈকে লৈ আহিছিল, কাৰণ সি নিজে মাত্ৰ প্ৰথম শ্ৰেণীলৈ পঢ়িছে বাবে বোলে চিঠিখন ভালকৈ বুজি পোৱা নাই। অঞ্জলিয়ে চিঠিখন পঢ়িলে আৰু হোহোৱৈ হাঁহি ক'লে, "ঐ ধৰ্ম, চিঠিখন নুবুজাৰ দোষটো তোৰ প্ৰথম শ্ৰেণীৰ বিদ্যাৰ দোষ নহয়, দোষ তোৰ

ভায়েকক তোৰ গেবাৰি খটা টকাৰে ষষ্ঠ শ্ৰেণীলৈ পঢ়াই যি অধৰ্মৰ কাম কৰিছ—তাৰেহে ।'

তাৰ পাছত অঞ্জলিয়ে চিঠিখন ঘৰৰ সকলোকে পঢ়ি শুনালে ঃ

মৰমৰ ককাইদেউ ( অঞ্জলিৰ হাঁহি )

প্ৰন প্ৰথমে মোৰ মৰম লবা ভগৱানৰ কৃপাত আসাকৰো আপুনাৰ ভালে আমাৰ ঘৰৰ ভাল কিন্তু যি নহয় আপুনাৰ মা অৰ খবটান আপুনালৈ কান্দি আছে আৰু বাবুৰ পৰা অলপ টকা পইচা যি পাবা লয় আহিবি কিন্তু নাহিলে আপুনি মাওবেক দেখা নেপাবি আৰু আপুনি আহিলে এটা বেদনা লৈ আহিবি আৰু এটা পা বাঁদ কমলা টেঙা এটা লৈ আহিবি আৰ বেচি কথা নেলিখু আপুনি এই চিঠি পোৱা মাত্ৰে আহিবি আপুনি নাহিলে মাওবেক দেখা নেপা। ইতি—

আপোনাৰ মৰম

শ্ৰীশুখুনা ৰাম দাস।

অঞ্জলিয়ে হাঁহিৰ মাজেৰে কোনোমতেহে চিঠিখন পঢ়া শেষ কৰিছিল।

অঞ্জলিহঁতৰ এডাল ডালিমৰ গছ আছিল, ধৰ্মক তাৰে চাৰিটা ডালিম দিয়া হ'ল। অঞ্জলিয়ে ধৰ্মক টকা পাঁচটা দি কৈছিল ঃ "ঐ ধৰ্ম—যি বুজিছোঁ তোৰ মাৰৰ মেলেৰিয়া হৈছে। আমাৰ ইয়াত আকৌ নতুনকৈ মেলেৰিয়া হৈছে নহয়। তই গৈ ভালকৈ ডাক্তৰ-চাক্তৰ দেখুৱাই চিকিৎসা কৰাবি। আৰু মাৰক কবি নিজৰ নিজৰ মনৰ জোৰটোও ডাঙৰ কথা—সেই জোৰেৰে যেন বাঁচি থাকে, ন'হলে এটা হ'লেও কমলা খাবলৈ নেপাব, কাৰণ এতিয়ামানে বোধ হয় গছত কমলাৰ ফুলহে ধৰিছে। আৰু ভায়েৰক কবি—তই লোকৰ ঘৰত দিনৰাতি গেবাৰি খাটি অৰ্জা টকাৰে তাক পঢ়ুৱাইছ, সি যেন সেই কথা পাহৰি নেযায়, অলপ যেন ভালকৈ পঢ়াশুনা কৰে। তাৰ চিঠি পঢ়ি বুজিছোঁ যে অকল স্কুল বা শিক্ষকৰেই দোষ নহয়, সি নিজেও পঢ়াশুনা নকৰে। তোৰ টকা এনেকৈ পানীত পেলালে তাৰ পাপ লাগিব বুলি কবি।"

পূজাৰ বন্ধ, গতিকে সময়টো শৰৎকাল। গাঁৱলৈ ফুৰিবলৈ যোৱাৰ এইটোৱে প্ৰশস্ত সময়, এইসময়তে বাটপথে পোৱালি মেলে।" গতিকে মোমায়েকৰ ঘৰলৈ আহি অঞ্জলিৰ বৌৱেকেও খুব বেয়া নেপালে।

বিয়া ভবা মতেই ধুমধামকৈ হৈ গৈছিল। পুখুৰীৰ সাই গুচাই মাছ দহটামান মৰা হৈছিল। মাছ মৰা সময়খিনিত অঞ্জলিয়ে ককায়েকৰ জীয়েক বীণাক লৈ পুখুৰীৰ পাৰৰ পৰা লৰচৰেই কৰা নাছিল। বীণাৰো ফুৰ্তিত তৎ নোহোৱা হৈছিল। গাঁৱৰ ল'ৰা-ছোৱালীবেও পুখুৰীৰ পাৰ ভাৰ গৈছিল,



ডাঙৰ মানুহো গৈছিল দুই-চাৰিজন! উত্তমো উপস্থিত আছিল, কিন্তু তেওঁৰ ভৰিৰ বিষ উক্ দিয়াত পুখুৰীৰ পাৰৰ এচুকত চুপচাপ বহি আছিল। মনটোও বিষাই আছিল উত্তমৰ, কাৰণ পূজাৰ বন্ধত দিল্লীৰ হ'ষ্টেলত থকা ল'ৰা-ছোৱালী দুটা ঘৰলৈ আহিছে বাবে উকিলহ'তে বোলে কোনোমতে নগেনক পঠাব নোৱাৰে। গাঁৱৰ মানুহ এজনৰ আগত উকিলনীয়ে সান্ত্বনাৰ কথা এটা কৈ পঠিয়াইছে যে দিল্লীৰ পৰা তেওঁৰ পুত্ৰ-কন্যাই নগেনলৈ বৰ ধুনীয়া ফুলাম চোলা এটা আনিছে।

বিয়াৰ এদিন পাছত পৰেশ কলিতা ঢলকুছিলৈ আহিছিল, আৰু তেতিয়া তেওঁৰ লগতে অঞ্জলিও আহিছিল। পৰেশ কলিতা চাৰিদিন ঢলকুছিত আছিল, তেওঁৰ মাটি সংক্ৰান্ত নানা কাম-বন আছিল। তেওঁৰ বহুত মাটি মথাউৰিত গৈছিল, তাৰবাবে নলবাৰীৰ এছ. ডি. চি. অফিছতো কাম আছিল।

দেউতাক চাৰিদিনকৈ ঢলকুছিত থাকিব বুলি শুনি অঞ্জলিৰ খুব ফুৰ্তি হৈছিল। তাইৰ মোমায়েকৰ গাঁও সিমান ভাল নেলাগে। তাত নৈ নাই, পুখুৰীটোও আছে ঘৰৰ সমুখফালে ৰাজহুৱা আলিৰ দাঁতিত, গতিকে তাই তাত গা ধুব নোৱাৰে। খাল এটা আছে অৱশ্যে, কিন্তু সেই লেতেৰা পানীৰ খালটোৰ কোনো ধৰণৰ সৌন্দৰ্যই নাই, খৰালি এসময়ত তো পানী একেবাৰে নোহোৱা হৈ যায়। তেতিয়া তাৰ বুকুৰেদি গৰুৰ গাড়ী চলে। অথচ বাৰিষা হ'লে সেই খালেই হেনো ভীষণ মূৰ্তি ধৰে। উত্তমে গাঁৱৰ বান-পানীৰ কথা কওঁতে অঞ্জলিক সেই খালটোৰ কথা কৈছিল। চাৰিওফালে মথাউৰি হোৱাৰ বাবে বোলে পাগলাদিয়া, বৰলীয়া, নোনা গোটেই কেইখন নৈৰ পানী আহি তেওঁলোকৰ গাঁৱত সোমোৱা হ'ল, ফলত পানী উঠে ঘৰৰ চাললৈ ; মানুহৰ বিলাই-বিপত্তিৰ সীমা নোহোৱা কৰি সেই পানী ওলাই যাওঁতেও হেনো বহুত সময় লাগে। কাৰণ আহিবৰ সময়ত পথাৰ-সমাৰ সকলো বাগৰি হোহোৱাই যি বাঢ়নি পানী সোমাই আহে, যাবৰ সময়ত যায় কেৱল সেই সৰু খালটোৰেদি। গতিকে পানী ওলাই যায় লাহে লাহে।

ঢলকুছিত অঞ্জলিৰ এটা দুখ এয়েই যে পাগলাদিয়া নৈখন থাকোঁতেও তাই তাত মনৰ আনন্দত ঢপলিয়াব নোৱাৰে। গাঁৱৰ দই এজন নিজ কামত আহ-যাহ কৰি থকা মানুহৰ আগত অঞ্জলিৰ সিমান সংকোচ হয়তো নহ'লহেঁতেন, কিন্তু পাগলাদিয়াৰ পাৰতে বাথানঘাটত গাঁৱৰ ল'ৰাবোৰৰ ক্লাব আৰু পুথি-ভঁড়ালটো। এসময়ৰ ৰমেশ ছেৰাউগী নামৰ মানুহজনৰ দোকান ঘৰটো ল'ৰাবোৰে এতিয়া সিহঁতৰ নিজা কৰি লৈছে, তাত সকলো সময়তে কোনোবা

নহয় কোনোবা ল'ৰা থাকেই। অঞ্জলিৰতো এনেকুৱা সন্দেহো হয় যে তাই থকা কেইদিনহে ল'বাবোৰ তাত থাকে, কাৰণ সিহঁতৰ ক্লাব ঘৰটো নীলকন্ঠহঁতৰ ঘৰৰ পৰাও বেছি দূৰৈত নহয়।

যিহওক, অঞ্জলিয়ে গা ধুব নোৱাৰাৰ দুখটো পূৰায় খুব দোকমোকালিতে নৈৰ ঘাটলৈ আহি। তাত তাই মুখ ধোৱে আৰু বহুত সময় নৈৰ বালিত খোজ কাঢ়ে, নৈৰ পানীত ভৰি ডুবাই চলমান পানীৰ সৌন্দৰ্য, পাৰৰ গছ-গছনিৰ সৌন্দৰ্য চাই চাই বহুত সময় পাৰ কৰি দিয়ে। দোকমোকালিৰ নিজান নৈৰ ঘাট, টোপনি ভাঙি উঠা চৰাইৰ কলকাকলিৰ বাহিৰে কোনেও ভংগ নকৰা স্তব্ধ সময়ৰ হৃদয়-মন মথিত কৰি তুলিব পৰা ধ্যান-গম্ভীৰতা— অঞ্জলিৰ অদ্ভুত ভাল লাগে। তাইৰ চহৰখনত তাই মুৰে খুন্দিয়াই মৰিলেও এনে এক অনিৰ্বচনীয় অভিজ্ঞতাৰ সম্মুখীন নহয়।

সেইবাৰ চলকুছিত থকাৰ তৃতীয় দিনা পুৱা অঞ্জলি নৈৰ ঘাটলৈ আহি পানীত নামিবলৈ গৈ হঠাতে স্তব্ধ হৈ থমকি গৈছিল। আহিনৰ শেষ, কুঁৱলীৰে বালি তিতি আছে, কুঁৱলীৰ পাতল বগা চাদৰে নৈৰ ওপৰখন ঢাকি ৰাখি এক অদ্ভুত অপাৰ্থিৱ দৃশ্যৰ সৃষ্টি কৰিছে। কিন্তু প্ৰকৃতিৰ সেই ৰহস্যময় সৌন্দৰ্যতকৈও অঞ্জলিৰ বাবে তিতা বালিত এনে এক ৰহস্যই বাট চাই আছিল যে তাৰ অভিনৱত্ব আৰু অভাৱনীয়তাত অঞ্জলি পাষাণ মূৰ্তিৰ দৰে স্তব্ধ হৈ ৰৈ গৈছিল।

কুঁৱলীৰে তিতি থকা বালিত কোনোবাই ডাঙৰ ডাঙৰ আখৰেৰে লিখি থৈছে দুটা শাৰী ঃ

তুমি কোন কাননৰ ফুল,  
তুমি কোন গগনৰ তৰা।

অঞ্জলিৰ বুকুৰ এক আঁজলি তেজ যেন ছলাৎকৈ উঠিল, অদ্ভুত কিবা এক আবেগ বুকু ঠেলি ঠেলি ডিঙিলৈকে উঠি আহিব খুজিলে। তুমি কোন কাননৰ ফুল, তুমি কোন গগনৰ তৰা। অসমীয়াত ৰবীন্দ্ৰনাথ। চলকুছিৰ নামৰ এই পাছপৰা গাঁওখনত ক'ত এনে এজন ডেকা লুকাই আছে যি এই ধৰণৰ অভূতপূৰ্ব কাব্যিক কল্পনাৰে তাইক বন্দনা কৰিব পাৰে? ই কেনেকৈ সম্ভৱ হ'ল? চলকুছিৰ দুখীয়া গাঁৱলীয়া থেতিয়কৰ ল'ৰাৰ প্ৰাণত এনে কবিত্বময় আবেগৰ কেনেকৈ জন্ম হব পাৰিলে? তাই সপোন দেখা নাইতো? তাই নীলকন্ঠহঁতৰে ঘৰত শুই শুই পাগলাদিয়া পাৰৰ কোনো অবাস্তৱ কিন্তু অদ্ভুত মধুৰ সপোন দেখা নাইতো?

কুঁৱলীৰে বালি তিতিছে, কুঁৱলীৰে অঞ্জলিৰ গাৰ কাপোৰ-কানি সেমেকি উঠিছে আৰু সেমেকি উঠিছে তাইৰ মনো। দুটোপাল মুকুতাৰ দৰে অশ্ৰু বিন্দু লাহে লাহে অঞ্জলিৰ চকুৰ পতাত টলমলাই উঠিল। সেই নিজান নৈৰ ঘাট, সেই কুঁৱলীৰে ঢাক খোৱা আধা এন্ধাৰ আধা পোহৰৰ মায়াসনা পৰিবেশ, সেই চৰাইৰ মধুৰ কাকলিৰ ধ্বনি আৰু সন্মুখৰ বালিত এই অদ্ভুত কবিতা—অঞ্জলিৰ মন বিচিত্ৰ আবেগেৰে, বিচিত্ৰ সুখ-দুখৰ অনুভূতিৰে তোল-পাৰ লাগিবলৈ ধৰিলে। তাইৰ কাণত কেৱল ধ্বনিত হৈ থাকিবলৈ ধৰিলে অপৰূপ মধুৰ দুষাৰি কবিতা—তুমি কোন কাননৰ ফুল, তুমি কোন গগনৰ তৰা।

সেইবাৰ গুৱাহাটীলৈ উভতি যোৱা অঞ্জলি গাঁৱলৈ যোৱাৰ সময়ত যিজনী অঞ্জলি আছিল, সেই একেজনী অঞ্জলি হৈ আৰু নাথাকিল। তাইৰ মনৰ এটা দিশ অনবৰত অন্যমনস্ক হৈ ৰ'ল, অনবৰত কাণৰ ওচৰত কবিতা এফাকি ধ্বনিত হৈ থাকিল।

কিবা এক আত্ম-সমাহিত ভাবত অঞ্জলি ডুবি ৰ'ল।

তাৰ পাছত কেইমাহ মান পাৰ হৈ গৈছে। আজি বি. এ. পৰীক্ষাৰ ফলাফল ওলাইছে। নলবাৰীৰ কোনোবা বলিন চৌধুৰীয়ে অসমীয়া অনাৰ্ছত প্ৰথম শ্ৰেণী পোৱা বুলি কাগজত পঢ়ি অঞ্জলিয়ে প্ৰথমতে হাঁহিয়ে তৎ পোৱা নাছিল। কিন্তু ল'ৰাটো বাথানঘাটৰ বুলি শুনি, মাকৰ মুখত তাৰ অন্যান্য গুণৰ কথা শুনি অঞ্জলিৰ হাঁহি স্তব্ধ হৈ গ'ল। তাইৰ সন্মুখৰ পৰা কুঁৱলীৰ জাল এখন লাহে লাহে আঁতৰি যাবলৈ ধৰিলে। আচাৰিত, কেইমাহ মানৰ আগৰ পাগলাদিয়াৰ পাৰৰ অদ্ভুত ৰহস্য এটাৰ কেনেকৈ সমাধান হৈ গ'ল! নাই নাই, অঞ্জলিৰ মনত আৰু কোনো সন্দেহেই সিদিনা পাগলাদিয়াৰ ধুসৰ পাৰত তাইক অদ্ভুত ধৰণে বন্দনা কৰা ল'ৰা আৰু আন কোনোৱেই হ'ব নোৱাৰে।

অঞ্জলিৰ মুখলৈ যেন এক আঁজলি তেজ উজাই আহিল, আৰু তাৰ পাছৰ পৰাই আৰম্ভ হ'ল তাইৰ ৰাতিৰ তপস্যা, সকলো শুই পৰা নিজান স্তব্ধ ৰাতিত তাইৰ যৌৱনৰ ৰঙীন সপোন। তাইতো দেউতাকহঁতৰ লগত গৈ সেই গংগাপুখুৰীৰ ঘৰত থাকিবই। কিন্তু এদিন তাতেই তাইৰ নিজা ঘৰ এখনো হৈ যাব। সেই ঘৰ ৰচনা কৰিব তাই—আৰু,···আৰু—শিহৰিত হৈ অঞ্জলিয়ে ভাবিলে ঃ

ইমান অপূৰ্বভাবে যিজন পুৰুষে তাইক প্ৰেমৰ অঞ্জলি যাচিছে—সেই পুৰুষজনে!

॥১২॥

পটেশ্বৰী দোকমোকালিতে শুই উঠিল। আজি তাইৰ বহুত কাম। আজি তাই চহৰলৈ যাব লাগিব। তাৰ আগতে ৰান্ধি-বাঢ়ি খাই-লৈ দুৰ্গাতিৰ হাতত সাবিত্ৰীক গটাই মাকহঁতকো কৈ মেলি তাৰ পাছতহে যাব পাৰিব।

পটেশ্বৰীয়ে সাবিত্ৰীক জগাবলৈ গৈ দেখে যে তাই নাই, কেতিয়াবা উঠি গ'ল ছোৱালীজনী। পটেশ্বৰীয়ে চকু-মুখ মোহাৰি হাতত বাঢ়নীডাল লৈ তাইৰ অকণমানি চোতালখন সাৰিবলৈ ধৰিলে। সাবিত্ৰীৰ দেখাদেখি নাই, বোধহয় পথাৰৰ পিনে গৈছে। মোৱা মাছেৰে ভাত খাই তাইৰ ৰাতিপুৱাই পায়খানা লাগিল—পটেশ্বৰীয়ে ভাবিলে।

চোতাল সাৰি পিছফালে পুখুৰীলৈ গৈ পটেশ্বৰীয়ে লৰালৰিকৈ মুখখন ধুই আহিল, তেতিয়া সাবিত্ৰীও আহি পাইছে, তাইৰ হাতত কিছু পাত আৰু ফুল। সাবিত্ৰী বোধহয় দৌৰি আহিছে, তাই খুব ফোঁপাইছে।

পিছে জীয়েক দৌৰি অহাৰ ৰহস্য পটেশ্বৰীয়ে অলপ পাছতে বুজি পালে, কাৰণ অলপ পাছতে হাতত এছাৰি এডাল লৈ নিপেনো আহি তাইৰ চোতালত ভাব দিলেহি। ইতিমধ্যে নিপেনক অহা দেখিয়েই সাবিত্ৰীয়ে চোতালতে ফুলবোৰ পেলাই দি ঘৰৰ ভিতৰত লুকাইছিল গৈ।

এছাৰি জোকাৰি নিপেন গৰ্জি উঠিল, "ঐ ভায়েৰ মাইহনাক চুৰুনি, ৰবেৰ পুৱাই মোৰ বাগানখান লণ্ডোভণ্ডো কৰি আহি ক'ত পলে সাৰুবি? ঘৰোৰ ভিতৰোত লুকে সাৰুবি বুলি ভাবুছাহ নেকি? ভাঙা জুপুৰি ঘৰ, একে লাঠিতে ভাঙি ফেলুবো পাৰো। বাচ্ছা আহ যদি ভালে ভালে ওলে আহ!"

পটেশ্বৰীৰ খঙে গৈ মূৰৰ চুলি পালেগৈ। এই ছোৱালীজনীৰ অত্যাচাৰত আৰু ব'ৰ নোৱাৰি, একেবাৰে বনৰীয়া হ'ল, তাইনো এই ৰাতিপুৱাই উঠি নিপেনৰ ফুলচুৰি কৰিবলৈ যাব লাগেনে? নিপেনৰ কাৰণে ফুলৰ গছ কেইডাল কুবেৰৰ ধনৰ ভাণ্ডাৰতকৈও ডাঙৰ বস্তু, গাঁৱৰ সকলোৱেই সেই কথা জানে আৰু সেইবাবে কোনোৱে পূজা-সবাহলৈও নিপেনৰ বাগনৰ ফুল নোখোজে। কিন্তু এই বাঘৰ আগতেল খোৱা ছোৱালীজনীয়েনো ৰাতিপুৱাই যমৰ দুৱাৰলৈ যাব লাগেনে?



নিপেনে কিবা কৰাৰ আগতে পটেশ্বৰীয়েই গৈ ভিতৰৰ পৰা সাবিত্ৰীক টানি আনিলে আৰু জীয়েকৰ শুকান চুলি কেইডালত হাতেৰে মুঠা মাৰি ধৰি পিঠিতে কেইটামানে ঔ কিল দি গালি পাৰিবলৈ ধৰিলে: "মৰাণ্ নহা আপী মৰিও নাযাহ্, মোক খাবাক্‌গেলি বাঁচি আছাহ্। আজিৰপাই নিপেনৰ বাগানোত ভৰি দিলি জেং খৰিদি তোৰ ভৰি দুখান এক্কেবাৰে কুইৰে ভাঙি থ'ম..."

নিপেনৰ কৰ্তব্যখিনি দুৰ্গাতিৰ মাকেই সমাধা কৰাত নিপেনে আৰু তাৰ হাতৰ এছাৰি কামত নলগালে, সি ঘৰলৈ উলটিল, কেৱল যোৱাৰ আগতে তাইক আৰু এবাৰ ভয় খুৱাই গ'ল যে তাই পুনৰ ফুলৰ বাগানত সোমালে কেৱল ভৰিয়েই নহয়, সি তাইৰ হাতো ভাঙিব।

ইতিমধ্যে দুৰ্গাতিও সাৰ পাই উঠিছিল, তাই এতিয়া ঘৰৰ পৰা ওলাই আহি চোতালতে পৰি থকা, বায়েকে চুৰ কৰি অনা পাত ফুলবোৰ খাই থকা ছাগলী পোৱালিটোৰ ওচৰতে বহি লৈ সেই ফুলেৰে ধেমালি কৰিবলৈ ধৰিলে। পটেশ্বৰীয়ে তেতিয়া কলহ লৈ পাগলাদিয়ালৈ ওলাইছিল, পানীও আনিব আৰু প্ৰাতঃকৃত্যও সমাধা কৰি আহিব। যোৱাৰ আগতে তাই কান্দি থকা সাবিত্ৰীক হুটা মাতেৰে ডবিয়াই কৈ গ'ল, "ছালী আপী, আৰু কিমান কান্দি থাকাহ্। চৰুতে ৰাতিৰ ভাত আছে, দুয়ো বইনেৰে ভাগে খাগে যা।"

পটেশ্বৰীয়ে হাতত মেখেলা আৰু কাষত কলহ লৈ গুচি গ'ল আৰু সাবিত্ৰীয়ে খৰধৰকৈ চকুপানী মোহাৰি ভাত উলিয়াবলৈ গ'ল।

গুৱাহাটী চহৰত পটেশ্বৰীৰ দুটা কাম, তাই বৈ থোৱা এড়ি চাদৰ দুখন বেচিব লাগে আৰু চাদৰ বৰলৈ দু মুঠা সুতা আনিব লাগে। নীলকণ্ঠৰ মাষ্টৰণী বোৱাৰীয়েকে তাঁত বোৱাৰ সময়কে কৰিব নোৱাৰে, গতিকে পটেশ্বৰীকে চাদৰ বৈ দিয়াৰ ভাৰ দিছে।

পটেশ্বৰীৰ কাৰণে গুৱাহাটী মানেই হোটেলৰ মালিকৰ ঘৰ। অৱশ্যে তাই তেনেকৈ কোনো অনুগ্ৰহ বিচাৰি নেযায়, সেইবাবেই বোধহয় তাই গ'লে মালিকনীয়ে কোনো ধৰণৰ বিৰক্তিতো প্ৰকাশ নকৰেই বৰং আদৰ-সাদৰেই কৰে। তাৰোপৰি হাজাৰ হওক, এদিন পটেশ্বৰী তেওঁৰ ঘৰৰ বনকৰা ছোৱালীয়েই আছিল, সেই পুৰণি সম্পৰ্কনো কেনেকৈ পাহৰিব পৰা যায়?

যোৱাবাৰ গুৱাহাটীলৈ বিহুৰ গামোচা লৈ আহোঁতে পটেই মালিকনীক কৈ গৈছিল যে তাই অতি কষ্ট কৰি এড়ি সুতাৰ চাদৰো বৈ আছে,

গামোচাৰ দৰে সেই চাদৰো তেৱেঁই ৰাখিব লাগিব, নহ'লেনো তাই ক'ত গ্ৰাহক বিচাৰি ফুৰিব ? অৱশ্যে এই মন্ত চহৰখনত ঘৰে ঘৰে ফুৰিলে নিশ্চয় গ্ৰাহক ওলাব, কিন্তু মালিকনী থাকোঁতে তাইনো লোকৰ ঘৰে ঘৰে কিয় ঘূৰি ফুৰিব ? তেতিয়া মালিকনীয়ে প্ৰশ্ৰয়ৰ মধুৰ হাঁহিৰে কৈছিল, "বাৰু লৈ আহিবিচোন চাম। সৰু বুলি কৈছ নহয়, আমাৰ ইলা, ননী ইহঁতে এম্‌ব্ৰইডাৰি কৰি গাত ল'ব পাৰিব।"

পটে আহি প্ৰায় বাৰটা মান বজাত গুৱাহাটী পালেহি। মালিকৰ ঘৰ নিস্তব্ধ, সকলোবোৰ ল'ৰা-ছোৱালী স্কুল কলেজলৈ গৈছে, কেৱল মালিকনীয়ে ভাত খাই উঠি আগত তামোলৰ বটা লৈ মুহুৰ্দি কৰিব ধৰিছিল।

পটেক দেখি তেওঁ আহ্বান কৰিলে, "অ' তই আহিলি ? আহ, বহ। তেনেই ঘামি-ছামি আহিছ, হোঁ এই বিচনিখন ল। বিচি ঠান্ডা হ।"

পটেই বাৰান্ডাত মাটিতে বহি পৰি চাদৰৰ আঁচলেৰে মুখখন মচিলে আৰু হাঁহি এটা মাৰি ক'লে, "আমাৰ দৰে মানুহোৰ নো আৰু জাৰে-জহ ক'ত আই, সিগুলা কথা ভাব্‌বাৰে সময় নাই। আপুনি ভাত খাই উঠিল ?"

"ওঁ, এই খালোঁ, তই পিছে ভাত খাই আহিছনে নাই ?"

"নাখাম ক্যে আই, পুৱাই ৰান্ধি-বাঢ়ি খাই আইহ্‌ছোঁ, নদীৰ ঘাটোৰ পাই লহ্‌পেহা ঢেইকা শাক তুল্‌ছিলোঁ, তাকে ৰান্ধিছিলোঁ। আপুনাকগেলিও দুডালমান কোঁৱাল চাই বোট্‌লি আন্‌ছোঁ।"

"ভাল কৰিছ দে পটে। আমি ঢেকীয়া খাই বৰ ভাল পাওঁ জানই, কিন্তু বজাৰত কোমল দুবৈৰ কথা, টাট্‌কা ঢেকীয়াও পাবলৈ নাই। অ' পিছে তই চাহ এটোপা নেখাব জানো ?"

"লাহে লাহে খালিও হ'বো দেক। পিছে আইদেউ ক'ত গেল ? দেখা নাই দেখোন ?"

"এ—বোৱাৰীৰ আলাই আথানিৰ কথা আৰু নকবি, কেঁচুৱাটোক লৈ তেওঁৰ বৰ হাৰাশাস্তি হৈছে, এতিয়া শুৱাবলৈ গ'ল বোধহয়। কাম কৰা ছোৱালীজনী যে দেখিছিলি, তায়ো আজি দহ-বাৰ দিন আগতে পলাল। আজিকালি কাম কৰা ল'ৰা-ছোৱালীৰ কথা জানই নহয়, ইমান যে বজ্জাত হৈছে। তহঁতৰ দিন আৰু নাই পটে। এতিয়া সিহঁতক ইমানখিনি পয়ছাপাতি দিওঁ, খুৱাওঁ ধুৱাওঁ, কাপোৰ-কানি দিওঁ—তথাপি ভালকৈ কাম কৰিব নোখোজে বা থাকিব নোখোজে। আমাৰ এই পলৰীয়া ছোৱালীজনীৰ কথাকে কওঁচোন, আহিছিল এটা ফটা চোলা পিন্ধি, এটা লেতেৰা জাঙিয়া পিন্ধি। বোৱাৰীয়ে কেঁচুৱাৰ জঞ্জাল সত্ত্বেও তাইক অহাৰ লগে লগে ফ্ৰক জাঙিয়া



সকলো চিলাই দিলে, প্লাষ্টিকৰ বালা কিনি দিলে, কিন্তু বেটী এনে অশলাগী, সকলো টালি-টোপোলা বান্ধি পলাই গ'ল।"

পটেই সহানুভূতিৰে সুধিলে, "একো চোৰ-টোৰ কৰি নিয়া নাইতো আই ?"

মালিকনীয়ে বিষম মুখেৰে উত্তৰ দিলে, "সৰুসুৰা দুই চাৰিটা আৰু নিয়া নাইনে ? কিন্তু ডাঙৰ বস্তুৰ নিবলৈ সাহ নকৰিলে। জানে নহয় যে সিমানখিনি বজ্জাতি কৰিলে পুলিছ লগাই ধৰাই আনি মজা বাহিৰ কৰি দিম।"

ইতিমধ্যে পটেহঁতৰ কথা-বতৰা কাণত যোৱাত বোৱাৰীয়েক বিভা ভিতৰৰ পৰা ওলাই আহিছিল। পটেক দেখি তেওঁ কেৱল ক'লে, "অ' তুমি।"

পটেই তেওঁৰ পিনে চাই এমোকোৱা হাঁহিৰে ক'লে, "মই আপুনাৰ খবৰ কৰিছিলোঁ। কাম কৰা আপীটো বোলে পলাল ? ছ'লটো ঘোমাল নেকি ?"

"অঁ কোনোৰকমে শুলে আমনি কৰি কৰি—এই ঢেকীয়াগাল তুমি আনিছা নেকি ? আমাৰ এওঁ ঢেকীয়া শাক মছুৰ ডাইল টেঙাৰে খাই বৰ ভাল পায়। তোমালোকৰ ফালে খুব ঢেকীয়া হয় নেকি ?"

"অঁ আইদেউ, এই সময়োত সাংসোহাই গজে। মই পিছে যৱাবাৰ কৈ যৱা মতে এড়ি দুখান আন্‌ছিলো। আপুনালোকে ৰাখি থক্। ইতেৰপাই লাহে লাহে ফুল তুল্‌বা আৰম্ভো কল্লি তেঁহি জাৰোৰ দিনত সমায় মতে উৰ্‌বা পাৰ্‌বো।" কৈ কৈ পটেই এড়ি দুখন উলিয়ালেই। তাৰে এখন শাহুৱেকে আৰু এখন বোৱাৰীয়েকে হাতত তুলি লৈ সমালোচকৰ কাঢ়া দৃষ্টিৰে উবাই ঘূৰাই চাবলৈ ধৰিলে।

তাৰ পাছত বোৱাৰীয়েকেই মুখখনৰ এটা বেঁকা ভংগী কৰি প্ৰথমে মন্তব্য দিলে—"কাপোৰখন দেখোন অলপো মিহি হোৱা নাই, অ'ত মিহি সুতা, ত'ত মোটা সুতা—বৰ খহটা হৈছে অ' পটে। কেনেকৈনো গাত ল'ব পৰা হ'ব ?"

"হাতে-কাটা সুতা নহয় আইদেউ, অলপতো ঢেঢ়েৰা হবোই। কিন্তু উম হলি খুব পাবো আৰু ধোৱাওঁতে ধোৱাওঁতে ভালেখিনি মিহিও হবো।"

মালিকনীয়ে ক'লে, "ইমান দুৰ বাটকুৰি বাই নিজৰ মানুহ বুলি আহিছ যেতিয়া তোক আৰু বিমুখ নকৰোঁ পটে, ৰাখিয়েই থওঁ, ইলাই এখন ল'ব আৰু মন গ'লে বিভাই এখন ল'ব। পিছে দাম বা কি কৰিছ ?"

এইবাৰেই আচল মুহূৰ্তটো আহিছিল। পটেই মালিকনীৰ হাতত ঠগ খাব বুলি ঘৰৰপৰাই ভয় খাই আহিছে, অথচ অইন অচিনাকি মানুহৰ ঘৰলৈ যাবলৈয়ো সংকোচ।

পটেশ্বৰীয়ে প্ৰাণপণ চেষ্টাত নিৰ্বিকাৰ মুখভংগী এটা কৰি ক'লে, "আই, আপুনি নিজেই জানে দিনকাল কি হৈছে, বস্তুবাবিৰ দাম কেনেকৈ বাঢ়িছে। কাপোৰ দুখান বোৱাত মোৰ সময় আৰু মেহনাতো কম লাগা নাছিল। সেই গতিকে একোখানৰ দাম পঁচিছ টকা ধৰি থৈছোঁ।"

এইবাৰ শাহু-বোৱাৰীয়ে একেলগে আৰ্তনাদ কৰি উঠিল, "পঁচিছ টকা? এই কম্বলৰ দৰে ডাঠ কাপোৰৰ দাম পঁচিছ টকা? কোনে তোক পঁচিছ টকা দিব অ' পটে? এম্পৰিয়াম, শুৱালকুছি ষ্টʼৰ, আন আন অসমীয়া দোকান—সকলোতে আমি ইমান দামতে ডিজাইন কৰা মিহি এড়ি চাদৰ পাম। তোমাৰ কাপোৰ লৈ মোৱা পটে, কোনে ইমান দামেৰে কিনে তেওঁকে বেচাগৈ।" শেষৰ কথাখিনি অকল বোৱাৰীয়েকেই ক'লে।

পটেৰ মুখৰ নিৰ্বিকাৰ ভাৱ অন্তৰ্হিত হ'ল। তাই অসহায় মুখ-ভংগী কৰি ক'লে—"আইদেউ, আমি বোৱা-কাটা এৰুবাই লাগিবো। সেঁহাতে সেই সোপা মেচিনত বোৱে বা একেলগে একসোপা বোৱে, সেইকাৰণে সস্তাত দিবা পাৰে। আমি দুই এখান বোওঁ—তেনাইকে সস্তাত দিবা নবো নহয়। ভগবানে আমাৰ দৰে দৰিদ্ৰোৰ সকলো পিনেই মৰণ মিলেছি।"

মালিকনীয়ে অসহিষ্ণুভাৱে ক'লে, "সেইবোৰ লাভ নোহোৱা কথা কৈ বিনাই থাকিলে আৰু কি হ'ব পটে। ভগবানে কি ভাবে কাক সুখ দিয়ে কাক দুখ দিয়ে আমি মূৰ্খ মানুহে কি বুজি পাম, আচলতে আমি সকলোৱে পূৰ্বজন্মৰ কৰ্মফল ভোগ কৰি আছোঁ। তহঁতবোৰে মোৱা জনমত কিবা পাপ কৰিছিলি গতিকে এতিয়া তাৰ শাস্তি স্বৰূপে এই জন্মত নিকাৰ ভুঞ্জিব লগা হৈছে। পিছে সেইবোৰ কথা এৰ—মই তোক দুকুৰি টকা দিওঁ, তই এড়ি দুখন থৈ যা। অইন ঠাইত তই সেই দামো নেপাৰ, কিন্তু হাজাৰ হওক তই এদিন আমাৰ ঘৰৰ ছোৱালীৰ দৰেই আছিলি, গতিকে এইখিনি মৰম নকৰি নোৱাৰিলোঁ বিভা, মোৱা কাপোৰ দুখন ভিতৰত থৈ আহাগৈ আৰু পটেৰ বাবে অলপ চাহ-টাহ লৈ আহা। পিছে ৰ পটে, ছোৱালী দুজনীক কাৰ হাতত গতাই আহিলি? ল'ৰাটো মোমায়েকৰ দোকানতে কাম কৰি আছে নহয়?"

পটেশ্বৰীয়ে এড়ি দুখন হাতত তুলি ভিতৰলৈ গুচি যোৱা বিভাৰ ফালে চাই আৰু অসহায় অনুভৱ কৰিলে। মালিকনীয়ে তাইক যি দাম দিলে তাই আৰু তাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ কোনো সুবিধাকে নেপালে। ইফালে তেওঁ একেবাৰে অইন কথালৈকে ফালৰি কাটি গ'ল।

পটেশ্বৰীয়ে এটা ঢোক গিলিলে আৰু ক্ষীণ মাতেৰে ক'লে, "দুৰ্পাতিক



সাবিত্ৰীৰ হাতোতে গতে দি আইহছো আই। মাইহাঁতো ওচৰতে আছে, তেহনাকো কৈ আইহছোঁ। নবীন মিমাকোৰ দোকানোতে আছে, দাদিই কৈছি বোলে তাৰ বৰ বুদ্ধি, সি বোলে ডাঙাৰ হলি ভাল বেপাৰী হবা পাৰবো। তাকে আশীৰ্বাদ কৰোক্ আই, সি জানো মানুহ হবা পাৰে। আপুনি তো দেখিছিয়েই মোৰ জীৱনতো কেনাইকে দুখোতে গেল—"

মালিকনীয়ে আকৌ লৰালৰিকৈ ক'লে, "হ'ব দে, হ'ব দে, তোৰ ল'ৰা মানুহ হ'ব—তোৰো সুখৰ দিন আহিব। মানুহৰ দিনকাল সদায় একেদৰে নেথাকে নহয়। বাৰু তই অলপ বহ পটে, মই তোক চাহৰ লগত দিবলৈ কি আছে চাওঁ। ল'ৰা-ছোৱালী মখাৰ বাবে ঘৰত একো এটা খোৱা বস্তু যদি থাকে—অ' ঢেকীয়াখিনি দে, মৰেই ভিতৰলৈ লৈ যাওঁ। বোৱাৰীকতো দেখিলিয়েই নহয়, মুখ ফুটাই নক'লো বাবে এৰি থৈ গ'ল, আজিকালিৰ ছোৱালী বুজিছ পটে, একো জ্ঞান-বিবেচনা যদি আছে। এইটো কথাত বুলিয়েতো নহয়—সকলো কথাতে এনেকুৱা। আমি কিন্তু এনে নাছিলোঁ দেই—" বকি বকি হাতত ঢেকীয়াখিনি তুলি লৈ মালিকনী ভিতৰলৈ সোমাই গ'ল, পটেই আঁচলেৰে মুখৰ ঘামখিনি মচি খুটা এটাত আউঁজি বহিল।

অলপ পাছতে বিভাই চাহ এগিলাছ, দুখন বিস্কুট আৰু এটা কল লৈ ওলাই আহিল।

"খোৱা পটে।" এইবাৰ বিভাৰ মাতটো বৰ কোমল। তাই মূঢ়া এটা আনি পটেৰ পৰা অলপ দূৰৈত বহিও ল'লে আৰু চাদৰৰ আঁচলেৰে গৰম পিতলৰ গিলাছটো ধৰি চাহত সোহা মৰা পটেলৈ চাই আগতেও ভৰা কথা এবাৰ আকৌ নতুনকৈ ভাবিলে। এই পটে বোলা মানুহজনী এতিয়াও ইমান ধুনীয়া হৈ আছে, সংসাৰৰ হাজাৰ দুখ-কষ্ট-জ্বালা-যন্ত্ৰণা, অভাৱ-অনাটনেও তাইৰ শৰীৰৰ সৌন্দৰ্য্য সম্পূৰ্ণ ধ্বংস কৰিবলৈ সক্ষম হোৱা নাই। গতিকে তাই যেতিয়া এইখন ঘৰত আছিল তেতিয়া নিশ্চয় এতিয়াতকৈও হাজাৰ গুণে ধুনীয়া আছিল। এইটো বাৰু সম্ভৱনে যে ঘৰখনৰ পুৰুষবোৰৰ লুভীয়া চকু তাইৰ ওপৰত নপৰাকৈ আছিল? বিভাই বিশ্বাস নকৰে, পুৰুষ জাতি হ'ল ভোমোৰাৰ লেখীয়া, ফুলৰ ৰূপে আকৰ্ষণ কৰিবই কৰিব, নিশ্চয় তাইৰ গিৰিয়েকো এদিন পটেশ্বৰীৰ ৰূপত মজি আছিল।

আগৰ দৰেই আজিও এই ভাবটো অহাৰ পাছত বিভাই অন্তৰত জ্বালা এটা অনুভৱ কৰিলে।

বিভাই হঠাতে পটেশ্বৰীক কথা এটা সুধিলে, তাইৰ চিন্তাৰ লগত অলপো

মিল নথকা সেই কথাষাৰ শুনি পটেশ্বৰী প্ৰশ্নটোৰ অভাৱনীয়ত্বত উচপ খাই উঠিল।

বিভাই সুধিলে, "ঐ পটে, তোৰ ডাঙৰ ছোৱালীজনীতো ডাঙৰেই হ'ল, তাইক মোৰ লগত নথৰ কিয় ?"

পটেশ্বৰীয়ে লাহে লাহে গিলাছটো নমাই থ'লে। তাই বিভাৰ চকুৱে চকুৱে চাবলৈ সাহ নকৰিলে, অইন ফালে অসহায় ভাৱে চাই থাকি অলপ পৰ নীৰৱে ৰ'ল আৰু সেই অলপ সময়ৰ স্তব্ধতাৰ ভিতৰতে তাইৰ মনটো দৌৰ মাৰি ঢলকুছিলৈ গৈ জীয়েকৰ আগত ক্ষন্তেক পৰ থমকি ৰ'ল আৰু তাৰ পাছতো মনটোৱে ঢাপলি মেলিলে আৰু অতীতলৈ। সেই অতীতত ছবিন জীয়াই আছিল, সেই অতীতত তাই ছবিনৰ লগত সংসাৰ কৰিছিল আৰু তেতিয়া ছবিনে অকণমানি জীয়েক সাবিত্ৰীক কত ধৰণেযে মৰম নকৰিছিল ! নবীনক কোনো দিন বেছি মৰম নকৰা ছবিনৰ সাবিত্ৰীজনী আছিল জীউ লাও, সাবিত্ৰী নামটো দিছিল সিয়েই আৰু কৈছিল—"মোৰ আইজনী মাকোৰে দৰে কু-চৰিত্ৰোৰ নহয়, তাই সাবিত্ৰীৰ দৰেই সতী-সাধ্বী হ'বো, তাইও স্বামীক যমোৰ ঘৰোৰ পৰা ঘূৰে আনুবো !" সাবিত্ৰী দেখিবলৈ অলপো ধুনীয়া হোৱা নাছিল, তাৰ বাবে কিন্তু ছবিনৰ কোনো দুখ নাছিল ( আৰু পটেশ্বৰীতো তাৰ বাবে সুখীয়ে হৈছিল ), নিজে জীয়েকৰ গাত আৰোপ কৰা গুণ কেতবোৰ লৈয়ে সি পিতৃ গৰ্ব্বত গৰ্ব্বী হৈ থাকিছিল।

"তুমি দেখোন মনে মনে ৰ'লা পটে, একো এটা নোকোৱা কিয় ? মই তোমাক কিটোনো বেয়া কথা কৈছোঁ ? তুমিতো ছোৱালীক স্কুলতো নাম লিখাই দিয়া নাই, দিনটো তাই বনৰীয়া হৈহে ঘূৰি ফুৰে। আৰু তুমি জানো তাইক পেট ভৰাই খাবলৈ দিব পাৰিছা নে ভাল চোলা এটাকে পিন্ধাবলৈ পাৰিছা ? আমাৰ ইয়াত তাই ভালকৈ খাব পাব, পিন্ধিব পাব, ফুৰিবলৈ পাব। মই তাইক ক-খখিনিও চিনাবৰ চেষ্টা কৰিম, আজিকালিৰ দিনত প্ৰত্যেক মানুহেই অন্ততঃ নিজৰ চহীটো দিবলৈ শিকিব লাগে। পটে, তোমাক মই একো বেয়া কথা কোৱা নাই, এদিনতো এইখনেই তাইৰ ঘৰ আছিল, ধৰি লোৱা যে ঘৰৰ ছোৱালী ঘৰতে থাকিব। আমাৰ ইয়াত থাকিলে তোমাৰ কোনো দুশ্চিন্তা নাথাকিব, আৰু লাভৰ ভিতৰত তুমি মাহে মাহে দহটাকৈ টকা পাবা। তাইক মই খুৱাই ধুৱাই কাপোৰ কানি দিও দহটাকৈ টকা দিম যোৱা—এজনী অকণমানি ছোৱালীয়ে ইমানখিনি ক'ত আৰ্জ্জিছে চোৱাগৈ।"

ইতিমধ্যে বিভাৰ শাহুৱেকো ভিতৰৰ পৰা ওলাই আহিছিল, তেওঁ বোৱাৰীয়েকৰ কথাৰে খেউ ধৰি ক'লে—"অ'—বিভাই তো ভাল কথাকে কৈছে অ' পটে। আমিনো আৰু লোকৰ ছোৱালীৰ কিয় বিচাৰ কৰোঁ, তই আমাৰ ঘৰৰে মানুহ, তোৰ দুখ দুৰ্দ্দশাহে আমি প্ৰথমতে চাব লাগিব। তোৰ এজনী ছোৱালীৰ ভাৰ ল'লেও তোক কিমান সকাহ দিয়া হয় ! তাৰোপৰি তোৰ তাত থকাতকৈ আমাৰ ইয়াত তাই হেজাৰ গুণে সুখত থাকিব—ইফালে তই মাহে মাহে এনেয়ে পোৱাৰ দৰে দহটাকৈ টকা পাই থাকিবি। জীয়েৰেনো আমাক ইয়াত কিটো কৰি দি ফালিব, কেৱল কেঁচুৱাটোক অলপ চাব লাগে—কামৰ ভিতৰত এয়েইতো কাম।"

পটেশ্বৰী কাৰু হৈ আহিছিল। তাই ক্ষীণভাৱে ক'লে, "আই, আজি মই আপোনালোকোকে কোনো কথা দি নাযাওঁ। ঘৰোত মাইহাঁতোকো সুধিবো লাগিবো।"

"বাৰু বাৰু, আজিয়েই একো ক'ব নালাগে। কিন্তু দুই-চাৰিদিনৰ ভিতৰতে তই আমাক জনাবি আৰু তাইক থোৱাৰ ঠিক কৰিলে একেবাৰে লৈয়ে আহিবি। কিন্তু পটে, তোক মই নিজৰ ভাবিয়ে কৈছোঁ, তই ভুল নকৰিবি। ছোৱালীৰ বাপেক নাই, মাকজনীয়ে পেট ভৰাই খুৱাব পিন্ধাব নোৱাৰ—আগত ৰাখি চাই থাকিলে জীয়েৰৰ একো মংগল কৰা নহ'ব। আমাৰ ইয়াত থ'লে কিন্তু তোৰ ভৱিষৎ ভাল হ'ব। এতিয়া হোঁ—এই কলকেইটা আৰু বিস্কুট কেইখন লৈ যা, জীয়েৰবহঁতক দিবি। তোৰ টকা দুকুৰিও ল। মোৰ গাটো বৰ ভাল নহয়, মই অলপ বাগৰ দিওঁগৈ।"

পটেশ্বৰী বহাৰপৰা উঠিল আৰু ক'লে, "মইও লাহে লাহে যাওঁ আই, তেহে দিনে-পোহাৰে ঘৰ পাম যাই। আইহঁতো তেনেহলি আই, বেজাৰ নাপাবো। আইদেউ, যাওঁ দক্।"

"যোৱা, কিন্তু জীয়েৰক লৈ আহিবা।"

"আনিবতো, পটে ইমান বুদ্ধিহীন নহয়, জীয়েকৰ ভাল-বেয়া বুজাৰ তাইৰ বুদ্ধি আছে।" বিভাৰ শাহুৱেকে শেষ বাক্য ক'লে।

•

সেইদিনা পটে আহি পাগলাদিয়া পাৰ হৈ কেতিয়া যে ঘৰ পালেহি, তাই ততকে ধৰিব নোৱাৰিলে। চাদৰৰ বাবে যে তাই সুতা কিনিব খুজিছিল, সেই কথাও সম্পূৰ্ণৰূপে পাহৰি পেলালে।

॥১৩॥

পটেশ্বৰী যেতিয়া গৈ ঘৰ পাইছিলগৈ তেতিয়া সাবিত্ৰী ঘৰত নাছিল। তাৰ বাবে অৱশ্যে সাবিত্ৰীৰ গাত দোষো নাছিল, কাৰণ আগে পিছে মাক গুৱাহাটীলৈ গ'লে কোনো দিনেই ইমান সোনকালে নোভতে, গতিকে তাই আগৰ হিচাপ মতে ঠিক সময়তে ঘৰত উপস্থিত হৈ থাকিলহেঁতেন।

পটেশ্বৰীয়ে পদূলীৰ পৰাই চিঞৰিছিল—“সাবি, অ' সাবি?” তাৰ পাছত তাই ঘৰৰ ওচৰো পালে, কিন্তু কাৰো ক'তো সাৰসুৰ নাই। ঘৰৰ দুৱাৰখন মেল খাই আছে, সেই খোলা দুৱাৰেদি ভিতৰ সোমাই পটেই দেখিলে, এচুকত দুপ'তি মাটিতে লালকাল দি শুই আছে, ছাগলী পোৱালিটোও তাইৰ অনতিদূৰত শুই আছে, বোধহয় দুয়ো ধেমালি কৰি আছিল, তাৰ পাছত গৰমৰ টোপনি অনাব পৰা সম্মোহনী শক্তিয়ে বোধহয় দুয়ো শিশুকে টোপনিৰ কোলাত অচেতন কৰি পেলাই থৈছে।

পটেশ্বৰীয়ে হাতৰ টোপালাটো একাষে থৈ মাটিৰ কলহৰ পৰা পানী এগিলাছ ঢালি ঢক্‌ঢকাই খালে। পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গৈছিল, এতিয়া পানী গিলাছ খাই দেহাটো শাঁত পৰিল হয় কিন্তু মন আৰু মগজুত যিকুৰা জুই গুৱাহাটীতে জ্বলাই লৈ আহিছিল সেই জুইকুৰা শাঁত পৰক ছাৰি আৰু অলপ বাঢ়িলহে।

সেই জুই অৱশ্যে বাঢ়িছিল বাটতে।

পাগলাদিয়া পাৰ হওঁতে ঘাটতে তাইৰ নিপেনৰ মাকৰ লগত দেখা হৈছিল, তাইক দেখিয়ে নিপেনৰ মাকে গজগজাই উঠিছিল, “ঐ পটে, তোৰ বনেৰা আপীটোক বলে নৰাহু যদি ঘৰোত দৰাহু দি থবি। আমাৰ নিপেনোৰ বাগানখানোতে জীউটো, আজি বৰেৰ পুৱাই তোৰ 'সাবিয়ে গোটাই গাছ ধাহি-মুহি ছিঙি নিছি। ছ'লটো খঙে দুখে পাগলা হৈ আছে।”

নিপেনৰ মাকৰ লগত ওচৰৰ হৰিৰ মাকো নৈৰ ঘাটলৈ গৈছিল, তেৰোঁ হয়ভৰ দি ক'লে, “হয় দে পটে, তোৰ আপীতো কম বাঘোৰ আগতেল খৱাৰ স'চ নহয়, নিপেনোৰ বাগানোৰ গাছোত হাত দিয়াৰ গাঁৱোৰ কাৰো সাহ নাই, তোৰ আপীইতো ভাল সাহ কৰি চোৰ কৰ্‌বা গৈছিল। তই ইতেৰপাই সাবধান নহলি এই আপীই তোৰ কেইতাবা সৰ্বোনাশ কৰ্‌বো।”



আৰু এতিয়া ঘৰ সোমাই পটেই দেখিলে যে সাবিত্ৰী ঘৰত নাই। পটেৰ নিজৰ মঙহ নিজৰে কামুৰি খাবৰ মন গ'ল। আজি তাই গুৱাহাটীত যে ঠগ খাই আহিছে তাত কোনো সন্দেহেই নাই, প্ৰতিকাৰহীন সেই এক অসহায় খঙততো তাই জুলি-পকি মৰিছিলেই, তাতে সাবিত্ৰীক তাই তেওঁলোকৰ ঘৰত বান্দী থবলৈ বাধ্য, তাৰ বাহিৰে তাইৰ নিস্তাৰ নাই—সেই কথাখিনি তেওঁ এনে এক সহজ আত্ম-প্ৰত্যয়ৰ সুৰত কৈছিল যে তাই ভিতৰি ভিতৰি উন্মাত উতলি উঠিছিল, তাইৰ মনৰ সেই গৰম আৰু বেছি হৈছিল মালিকনীৰ কথাৰ অকাট্য যুক্তিযুক্ততাত। অতি শক্তিমানৰ ওচৰত দুৰ্বলীৰ পৰাজয়ৰ অসহায় খং আৰু দুখৰ জ্বালাৰ বলি পটেই পানী গিলাছ খাই উঠিয়ে একেচাৰে বাহিৰলৈ ওলাই আহি টেঁটু ফালি চিঞৰিবলৈ ধৰিলে, “সাবি—ঐ সাবি? ঐ জহনীত যাতি মৰতী, কত মৰ্‌বা গেছাহু? আহু তই আজি, আহাৰ লগে লগে পঘাইদি বান্ধি তোক গুৱাহাটীত মালকেনীৰ ভৰিত মুখ থেক্‌ছা খুৱে ফেলে থৈ আহিম না নাহিম চাবি....”

পটেশ্বৰীৰ মাত বহুত দূৰৈত থকা সাবিত্ৰীয়ে নুশুনিলে, কিন্তু কাণ গধুৰ মাকেও শুনিলে আৰু তেওঁ ওচৰ চাপি আহিল, “পটে আইহুলি?”

পটেশ্বৰীয়ে তেতিয়া জীয়েকক চিঞৰিবলৈ এৰি মাকৰ লগতেই চিঞৰি চিঞৰি কথা পাতিবলৈ ধৰিলে। অৱশ্যে তাই আৰু হাজাৰগুণে মাতটো ডাঙৰ কৰি চিঞৰিলেও জীয়েকে নুশুনিলেহেঁতেন, কাৰণ তেতিয়া সাবিত্ৰীয়ে লগৰীয়া এজনীৰ লগত গৈ পাগলাদিয়াৰ অলপ উজনিত পানীৰ ঘূৰ্ণিত উভালি থকা গছৰ মূঢ়া এটাত ভৰি জোকাৰি বহি মহা আনন্দ মনেৰে নীলকণ্ঠ-হঁতৰ বাৰীৰ পৰা বুটলি অনা জামু খাই আছিল। সেইখিনিতে নদীটোৱে এটা ভাঁজ লৈছে, গতিকে তাই নৈ পাৰ হৈ অহা মাকক দেখা নাছিল।

ঢলকুছি গাঁৱত সাবিত্ৰীৰ দৰে আনন্দৰ জীৱন কটোৱা ছোৱালী খুব কমেই আছিল। তাইৰ আনন্দৰ প্ৰধান অৰিহণা যোগাইছিল সিহঁতৰ দাৰিদ্ৰ্যই। দাৰিদ্ৰ্যৰ বাবেই মাকে তাইক স্কুলত নাম লিখাই দিয়া নাছিল, দাৰিদ্ৰ্যৰ বাবেই মাকে প্ৰায় সদায়ে লোকৰ ঘৰত কাম কৰিবলৈ গৈছিল আৰু দাৰিদ্ৰ্যৰ বাবেই সিহঁতৰ ঘৰটো ইমান সৰু আছিল যে তাত কৰিবলগীয়া কাম একোৱেই নাছিল। ফলত অতি মুকলিমূৰীয়া জীৱন কটোৱাৰ সুযোগ পোৱা সাবিত্ৰীয়ে কেৱল ঘৰৰ চাৰি সীমাৰ মাজতে প্ৰধান আনন্দৰ উৎস বিচাৰি ল'বলগীয়া নহৈছিল, সমস্ত গাঁওখনেই আছিল তাইৰ অকণমানি জীৱনটোৰ অনাবিল আনন্দৰ উৎস। পেট ভৰাই খাব নেপালেও বা ভালকৈ লাজ ঢাকি পিন্ধিবলৈ নেপালেও সেই অভাৱবোধবোৰ বহুত বেছিগুণে পুৰাই

দিছিল আন ধৰণৰ প্ৰাপ্তিয়ে। উদাৰ আকাশৰ তলত পথাৰৰ মাজত চেচ্, বনকমলা বিচাৰি ঘূৰি ফূৰাৰ আনন্দ, মাহনীৰ দিনত সেই পথাৰৰ পৰাই মাহ চুৰ কৰি খোৱাৰ আনন্দ, লোকৰ বাৰীয়ে বাৰীয়ে ঘূৰি বতৰৰ পকা ফল বুটলি খোৱাৰ আনন্দ, পোতা পুখুৰীত মাছ ধৰি থকাৰ আনন্দ, পাগলাদিয়াত নাদুৰি সাঁতুৰি থকাৰ আনন্দ, পোতা পুখুৰীত ভুব চলাই থকাৰ আনন্দ, কুঁহিয়াৰ পেৰাৰ দিনত কুঁহিয়াৰৰ ৰসৰ লগত জাল দিয়া কলৰ 'নিছলা' খোৱাৰ আনন্দ, আলুৰ খেতি উঠাৰ পাছত সেই আলুগুটি পুৰি খোৱাৰ আনন্দ, মাঘ বিহুৰ সময়ত মেজিৰ জুই পুৰাই ল'ৰাহঁতে কণী যুঁজকে ধৰি নানা ধৰণৰ যুঁজ খেলা চোৱাৰ আনন্দ—মুক্ত প্ৰকৃতিৰ কোলাত এনে নানা ধৰণৰ সহজ সৰল অবাধ উপভোগৰ আনন্দৰ লগত যেন আন কোনো ধৰণৰ আনন্দৰে তুলনা হ'ব নোৱাৰে। অৱশ্যে ইয়াৰ মাজে মাজে মাকৰ কিলচৰ ভুকু গালিৰ দৰে নিৰানন্দজনক ঘটনাও ঘটি থাকে, কিন্তু সাবিত্ৰীৰ মনৰ আকাশৰ পৰা সেইবোৰ স্মৃতি শৰতৰ পাতল মেঘৰ দৰেই ক'ৰবালৈ উৰা মাৰি যায়।

আজিওতো তাই ঘৰ গৈ পোৱাৰ লগে লগে মাকে ভালকৈ চৰ আৰু ভুকু কেইটামান শোধালে, তাই অলপ পৰ বাউচি জুৰি কান্দিলেও, কিন্তু তাৰ পাছতে মাকে অনা কল আৰু বিস্কুট খাই তাইৰ অশ্ৰুৰে ধোৱা তিতা মুখখনত হাঁহিৰ ব'দ জিলিকিল।

অৱশ্যে সিদিনা পাছত মাকে যেতিয়া তাইক ক'লে যে তাই চহৰৰ মালিক-হঁতৰ ঘৰত থাকিব লাগিব ( সাবিত্ৰী এবাৰ তালৈ গৈছিল ), তাই ভীষণভাৱে প্ৰতিবাদ কৰি উঠিছিল। জীয়েকক থৰলৈ সম্পূৰ্ণৰূপে মনস্থিৰ কৰি পেলোৱা পটেই তাইৰ চিৰাচৰিত ডাবি-ধৰ্মাক, খঙৰ পথ ত্যাগ কৰি অতি কোমল মাতেৰে সাবিত্ৰীক বুজাব ধৰিছিল যে মালিকৰ ঘৰত থাকিলে তাই পেট ভৰাইতো খাবলৈ পাবই, মাছে মাংসই অতি ভাল ভাল বস্তুও খাবলৈ পাব, তাৰোপৰি পিন্ধিবলৈ ধুনীয়া চোলা পাব, মাজে মাজে ছাৰ্কাছ-বায়স্কোপ চাবলৈ পাব। এই গাঁৱত থকাতকৈ বৰ সুখ হ'ব তাইৰ, ইফালে তাইক তেওঁলোকে দৰ্মহাও দিব, ককায়েকে যি পইচা আৰ্জিব পৰা নাই সেই পইচা তাই সৰু ভনীয়েকজনী হৈও আৰ্জিব।

পটেশ্বৰীয়ে বহুত সময় ধৈৰ্য ধৰি জীয়েকক বুজাইছিল। মাক আৰু বোৱেকেও পটেক কৈছে বোলে পোহ-পাল দিব নোৱাৰিলে লোকৰ ঘৰত থোৱাই ভাল, গাঁৱৰ আৰু দুই-তিনি ঘৰেইতো এনেকৈ জীয়েক-পুতেকক চহৰত



লোকৰ ঘৰত বন্ধা হৈছে, সিহঁতৰতো বাপেকবোৰো জীয়াই আছে, তথাপিতো থৈছে।

মাকৰ কথা বহুত সময় শুনি শুনি শেষত সাবিত্ৰীয়ে কৈছিল, "মই যাম বাৰু, কিন্তু কিবা বেয়া পালি হলি গুচি আহিম।"

পটেই উৎসাহেৰে কৈছিল. "বেয়া পালিতো গুছি আইহ্ বিই, তোকনো কুনি ধৰি-বান্ধি ৰাখ্ বো।"

সাবিত্ৰীক লৈ তাৰ দুদিন পাছতেই পটেশ্বৰী আকৌ মালিকৰ ঘৰ ওলালগৈ। মালিকনী আৰু বিভাই হাঁহি মুখে সিহঁতক স্বাগতম জনালে, বিভাই মুখে ক'লে যে সাবিত্ৰী একেবাৰে জোখৰ হৈছে, এনে বয়সৰ ছোৱালীয়েই আটাইতকৈ ভাল। বিভাৰ অলপ মনস্তত্ত্ব জ্ঞানো আছে, কাৰণ তাই সাবিত্ৰীক মাকৰ ওচৰত বহি থাকিব নিদি ভিতৰলৈ মাতি লৈ গৈছিল, খাবলৈ কিবাকিবি দিছিল, তাইক কিমান নতুন চোলা দিব, চুলিত মাৰা ফিতা দিব, হাতৰ বালা দিব, কাণৰ ফুল দিব—এইবোৰৰ দীঘলীয়া লিষ্ট দিছিল আৰু তাৰ পাছত কেঁচুৰাটোক পেৰাম্বুলেটৰত উঠাই তাইক চলাবলৈ লগাই দিছিল।

অৱশ্যে মাক বিদায় লৈ যাবৰ সময়ত সাবিত্ৰীয়ে পেৰাম্বুলেটৰখন ঠেলিবলৈ এৰি থিয় হৈ কান্দিবলৈ ধৰিলে আৰু পটেই লৰালৰিকৈ ঘৰৰ বাহিৰে ওলাই বাট পাইহে অতপৰে কোনোৰকমে সংবৰণ কৰি ৰখা চকুপানীৰ ওপৰত শাসন ঢিলাই দিলে।

এইদৰেই সাবিত্ৰী এঘাৰ বছৰ বয়সতে চাকৰিত সোমাল, ভাৰতৰ অগণন শিশু শ্ৰমিকৰ লগতে আৰু এটা নতুন শিশু শ্ৰমিকৰ যোগ হ'ল। এদিন যিটো ঘৰ সাবিত্ৰীৰ জন্মস্থান আছিল, সেই একেটা ঘৰেই তাইৰ কৰ্মস্থানতো পৰিণত হ'ল।

সেইদিনা সাবিত্ৰীক থৈ অহাৰ পাছত ৰাতি বহুত পৰলৈকে পটেশ্বৰীৰ টোপনি অহা নাছিল। তাইৰ সেই অকণমানি ঘৰটো এক বিশাল শূন্য পুৰীত পৰিণত হৈ তাইক যেন চাৰিওপিনৰ পৰা হাঁ কৰি গিলি খাব খুজিছিল। তাইৰ আপোন মানুহবোৰ এজন এজনকৈ তাইৰ পৰা বিচ্ছিন্ন হৈ গৈ তাইক যেন অকলশৰীয়াকৈ বিৰাট এক শূন্য গহ্বৰত ঠেলা মাৰি পেলাই থৈ গৈছে। প্ৰথমতে এৰা দিলে ছবিনে, তাৰ পাছত নবীনে আৰু আজি এই সাবিত্ৰীয়ে। এতিয়া কেৱল বাকী আছে দুৰ্গতি—পটেশ্বৰীয়ে আন্ধাৰতে হাতখন মেলি জীয়েকক খেপিয়াই চালে। সাবিত্ৰী নথকাৰ ফলত বাঁহৰ শোৱা চাংখন হঠাতে যেন বৰ আহল-বহল হৈ গ'ল, মাক-জীয়েক দুয়োৰো মাজত ভালেখিনি ব্যৱধানৰ সৃষ্টি কৰি চাঙৰ সিটো মূৰে দুৰ্গতি কুচিমুচি অকাতৰে শুই

আছে। পটেশ্বৰীয়ে গাটো সিকাতি কৰি জীয়েকৰ ওচৰলৈ যাব খুজিলে আৰু লগে লগে তাইৰ পেটটোত বিষটোৱে খোচ মাৰি ধৰিলে।

পটেশ্বৰীৰ এই পেটত খোচ মাৰি ধৰা বেমাৰটো নতুন নহয়, দুৰ্পতিৰ জন্মৰ আগতেই সেই বিষটো আৰম্ভ হৈছিল আৰু হস্পিটালৰ ডাক্তৰে কৈছিল যে তাই যেন বেছি পৰিশ্ৰম নকৰে; তেতিয়া ডাক্তৰে তাইক কিবাকিবি দৰবো দিছিল। সেই দৰব খাই তাই বহুত দিনলৈকে ভাল পাই আছিল, কিন্তু গাঁৱলৈ অহাৰ পাছত আৰু দুৰ্পতিৰ জন্মৰ পাছত আকৌ মাজে মাজে সেই বিষটো হৈছিল। দুৰ্পতিৰ জন্মৰ সময়ততো তাই প্ৰায় মৰিবলৈকে ওলাইছিল, এতিয়াও পটেশ্বৰীৰ ভাবিলে আচৰিত লাগে যে তাই কেনেকৈ ইমান কষ্ট সহ্য কৰিছিল, সেই মানুহজনী আৰু তাই আজিৰ মানুহজনী যেন একেজনী তিৰোতা নহয়। উস্ কি নৰক যন্ত্ৰণা, কি পেটৰ বিষ—ছবিনে নিজে অকথ্য পেটৰ বিষত ভুগি ভুগি মৰিল, কিন্তু দুৰ্পতিৰ জন্মৰ সময়ৰ তাইৰ সেই পেটৰ বিষ সি দেখা পাই নগ'ল, দেখা হ'লে সি বা কি ক'লেহেঁতেন, কিন্তু দুৰ্পতি গাত থাকোঁতে আৰম্ভ হোৱা তাইৰ বিষ দেখি ছবিনে অনুশোচনাত দগ্ধ হৈ কৈছিল যে তাৰ মাৰ খায়ে তাইৰ সেই বিষ হৈছে।

নিদ্ৰাহীন ৰাতিটোত ছবিনৰ স্মৃতি মনলৈ অহাত পটেশ্বৰীৰ মনটো সেই অতীতলৈ গৈ বিচৰণ কৰিব ধৰিলে আৰু ক্ষন্তেকৰ বাবে তাই পেটৰ বিষটো পাহৰি থাকিল। বেচেৰা ছবিন, পটেশ্বৰীয়ে ভাবিবলৈ ধৰিলে, তাইক বিয়া কৰাই সি আৰু সুখ নাপালে। তাইৰ ৰূপ আৰু তাৰ মৰম ভৰা অন্তৰ—এয়ে তাৰ কাল হ'ল। সি যদি তাইৰ ৰূপত পাগল নহ'লহেঁতেন, তাৰ যদি মৰমেৰে ভৰপূৰ অন্তৰ এখন নেথাকিলেহেঁতেন, তেতিয়াহ'লেতো সি তাইক কেতিয়াও বিয়া নকৰালেহেঁতেন। কিন্তু আচৰিত কথা যে সকলো জানি শুনি তাইক বিয়া কৰাই প্ৰথম অৱস্থাত তাইৰ লগত বৰ সুখেৰে সংসাৰ কৰা ছবিনটো মালিকৰ লগত তাইৰ সম্পৰ্ক ঘটাৰ পাছৰেপৰা সম্পূৰ্ণ বেলেগ হৈ পৰিল। যেন তাৰ বাবে সম্পূৰ্ণ দোষ তাইৰহে—তেনেকৈ সি দোষাৰোপ কৰিবলৈ ধৰিলে আৰু মৰিয়াবলৈ ধৰিলে। অৱশ্যে সেইবোৰ মুহূৰ্তত হিতাহিত জ্ঞান হেৰুউৱা মানুহটোৱে পাছত আকৌ অনুতাপৰ জুইত জ্বলি তাইক মৰম কৰিয়ে তৎ নোপোৱা হৈছিল।

কিন্তু আচৰিত কথা যে তাইৰ বুদ্ধি মতে কাম কৰাৰ ফলত মালিকৰ হাতৰ পৰা নিস্তাৰ পোৱাৰ পাছত তাৰ মাৰধৰ কমক ছাৰি বেছিহে হৈছিল। তেতিয়া সি খণ্ডত পাগল হৈ গৈছিল, একেটা প্ৰশ্নকে কৰি কৰি—তাই যে নাক মোহাৰি পাছত সেই বুদ্ধিটো উলিয়ালে, প্ৰথমতেই উলিয়াব নোৱাৰিলে



কিয়? পটেই হেজাৰ নকওক কিয় যে তেনে সাধাৰণ ভয় প্ৰদৰ্শনতে সিহঁতৰ কথাত মালিক নিৰস্ত হ'ব বুলি জানো তাই কল্পনা কৰিব পাৰিছিল, বা প্ৰথম অৱস্থাত ভয়ত পেপুৱা লাগি থকা মানুহজনীৰ (আৰু তাৰো) জানো প্ৰতাপশালী মালিকৰ লগত বুদ্ধিৰে সমানে সমানে যুঁজাৰ ভাৱ আহিব পাৰে—এইবোৰ যিমানেই যি নকওক কিয় সি একোতে পতিয়ন নেযায়। তাইক একোটা মাৰ লগাব আৰু ক'ব—'তই চালী বেশ্যা, সংসাৰ কৰি সতী বোলাবা আইহ্‌লি কি হবো, বাঘে আক্‌ৰাৰ তেজোৰ গোন্ধ পোৱাৰ দৰে তোকো দহটা মতাৰ গাৰ গৰম নহ'লি নচলা হৈছি, মোৰ চেহৰা আচলোতে তোৰ পছন্দো নহয় কাৰণেই তই দহটা মতাৰ পিছোতে দাউৰিছ'।

বাঁহৰ চাঙত পৰি থকা, নিজৰ অজ্ঞাতসাৰে অলপ অলপ কেঁকাই থকা পটেশ্বৰীৰ বুকুভেদি এটা দীৰ্ঘশ্বাস বাহিৰ হৈছিল, বেচেৰা ছবিন, তাইৰ লগত ঘৰ কৰি সি আৰু সুখ নাপালে—'পিছতে যে তোৰ বুদ্ধিটো ওলাল, আগতে কিয় নোলাল, কিয় নোলাল, কিয় নোলাল'—এই 'কিয়'টোৱে তাৰ মগজত নৰকৰ এটা বিষাক্ত কীটৰ দৰে বাহ লৈ তাক একুৰা জ্বলা জুইত অনবৰতে দগ্ধ কৰি ৰাখিলে, ইমান মৰমেৰে অন্তৰ ভৰপূৰ হৈ থকা মানুহটোৰ সেই মৰম অথলে গ'ল—তাৰম্বাৰা নোৱাৰিলে সি নিজে সুখী হ'বলৈ, নোৱাৰিলে তাইক সুখী কৰিবলৈ।

মৰমৰ বোৱতী নৈয়ে সিহঁতৰ জীৱনৰ কালিমাৰ আৱৰ্জনাক কোনোমতেই উটুৱাই লৈ যাব নোৱাৰিলে।

পটেশ্বৰীয়ে আকৌ বাগৰ সলালে, আকৌ পেটৰ বিষটো চন্‌চনাই উঠিল। নাই, আৰু এনেকৈ চাই থকা উচিত নহ'ব, কালিয়েই কিবা এটা কৰিব লাগিব। সাবিত্ৰীৰ বাবে তেওঁলোকে এমাহৰ আগতীয়া দৰমহা দিছে, এড়ি বেচা টকা আছে।

পটেশ্বৰীয়ে ভাবিছিল যে এইবাৰ তাই জুপুৰীটোৰ ওপৰত খেৰ কেইডালমান ছানি দিয়াব, বৰষুণ দিলেই ঘৰৰ ভিতৰখন তিতি যায়। তেজপুৰৰ ককায়েকটো কৰাইচ কৃপণ, তাই অলপ টকা-পইচা খুজি নীলকণ্ঠৰ মাষ্টৰণী বোৱাৰীয়েকৰ হতুৱাই চিঠি এখন লিখি পঠিউৱাত উত্তৰ আহিল বোলে নবীনৰ নামত তেওঁ সকলো টকা বেংকত জমা কৰি থৈ আছে, মাকে কিয় তাৰ সাঁচতীয়া ধনত হাত দিব খোজে, মাকে যদি এনেকৈ পুতেকৰ কষ্টাৰ্জিত টকাবোৰ খৰচ কৰি থাকিব খোজে—ভৱিষ্যতে নবীনে কি মূলধন লৈ স্বাধীন ব্যৱসায় কৰিব?

কথাটোত অৱশ্যে যুক্তি নোহোৱাও নহয়। গতিকে পটেশ্বৰীয়ে ঠিক

কৰিছিল যে এড়ি বেচা টকাৰেই তাই ঘৰটোৰ চালত খেৰ উঠাব। নহ'লে সেই টকাৰে তাই ধান কিনা, দুৰ্গতি-সাবিত্ৰীক একোটাকৈ চোলা দিয়া, নীলকণ্ঠৰ বোৱাৰীয়েকৰ পৰা লোৱা টকা দহটাৰ ধাৰ মৰা—এইবোৰ কামতে লগাব খুজিছিল। তাৰোপৰি ঘৰখনৰ নিমখ-তেল, ডাইল-গুড়, চাবোন আদি অতি দৰকাৰী বস্তুৰ খাই-খৰচাতো আছেই। যিহওক, নীলকণ্ঠহঁতৰ ধাৰখিনি মাৰিবই লাগিব।

কিন্তু ডাক্তৰৰ তাতো নগ'লে নচলে, নহ'লে যে শৰীৰেই অচল হৈ যাব, দেহা নহ'লে কিহৰ বেহা? দু মাইল দূৰত চৰকাৰী হাস্পাতাল আছে, কালি তালৈকে যাব লাগিব। কিন্তু ডাক্তৰক দেখুৱাটো তো ডাঙৰ কথা নহয়, ডাঙৰ কথা হ'ল কি ঔষধ-পাতি খাবলৈ দিয়ে সেইটোহে। যিহে ঔষধৰ দাম। হোমিওপেথি চিকিৎসাত অৱশ্যে খৰচ কম, কিন্তু পটেশ্বৰীয়ে অতদিনে সেই চিকিৎসা কৰি কোনো গুণেই নেপালে।

নাই, কালি হাস্পতাললৈকে যাব লাগিব, কোনবা ডাক্তৰ আহিছে। আগৰ ডেকা ডাক্তৰটোক বোলে ইয়াৰ পৰা বদলি কৰি লৈ গ'ল, গাঁৱৰ ধুনীয়া ছোৱালী দুই এজনীৰ লগত বোলে কিবা লেটিপেটি কাৰবাৰ চলাইছিল, সেইবাবে গাঁৱৰ মানুহে ওপৰলৈ দৰখাস্ত কৰি কৰি তেওঁক ইয়াৰপৰা খেদিলে। সঁচাই, এই ডেকা ডাক্তৰবোৰকনো কিয় পঠায় গাঁৱলৈ। গাঁৱৰ ছোৱালীবোৰে মুকলিমূৰীয়া ভাবে ফুৰে, সকলোৰে আগতে বাহিৰৰ নৈত পুখুৰীত মুকলিকৈ গা ধোৱে। গতিকে চহৰৰ ডেকা ডাক্তৰবোৰৰ এইবোৰ দেখিশুনি মূৰ ঘূৰি যায়। সেইখিনিলৈকে তেনেকৈ ভবাৰ লগে লগে, বিৰাট এটা জোকাৰণী খাই পটেশ্বৰীৰ চিন্তাস্ৰোত বাধাপ্ৰাপ্ত হৈ বৈ গ'ল—ডেকা ডাক্তৰ? ডেকা মানুহ? কেৱল ডেকা মানুহৰে তিৰোতালৈ লুভীয়া চকু? মালিক ডেকা আছিল? নীলকণ্ঠৰ ডাঙৰটো পুতেক ডেকা? তাই জালুকবাৰীৰ আশ্ৰয়গৃহত থাকি অহা কালছোৱাত কত যে ঘটনা শুনি আহিলে, তাত যিবোৰ পুৰুষৰ বাবে একো একোজনী ছোৱালীৰ জীৱন ধ্বংস হৈ গ'ল, যৌৱনৰ ক্ষন্তেকীয়া ভুলৰ বাবে ছোৱালীয়ে গোটেই জীৱন জুৰিয়ে প্ৰায়শ্চিত্ত কৰি থাকিবলগীয়া হ'ল, কিন্তু সিহঁতক অবাটে নিয়া যিবোৰ পুৰুষৰ গাত কোনো ছেকাই নেলাগিল, যিবোৰ পুৰুষে কোনো আশ্ৰয়গৃহ বা পতিত-আলয়ত জীৱনপাত নকৰি ঘৰুৱা জীৱনৰ মংগলময়, আনন্দময় পৰিবেষ্টনীতে সতী-সাধ্বী স্ত্ৰী আৰু পুত্ৰ-কন্যাৰ লগত সুখেৰে জীৱন নিৰ্বাহ কৰি আছে—সেই সকলোবোৰ মানুহ ডেকা আছিল?

উস্-উস্-উস্—পটেশ্বৰীয়ে পেটৰ বিষত জোৰেৰে কেঁকাই উঠিল।





এদিনাখন হঠাতে ধৰ্মৰ বাপেক আহি অঞ্জলিৰ মাকৰ প্ৰায় ভৰিতে দীঘল দি পৰিলহি। ধৰ্ম পুলিছ হাজোতত সোমাই আছে, এতিয়া 'দয়াৰ অৱতাৰ' আয়ে উদ্ধাৰ নকৰিলে নচলে।

কোনোমতে মানুহজনক সৈমান কৰি অঞ্জলিহঁতে গোটেই ঘটনাটো শুনিলে। মাকৰ বেমাৰ বুলি সিহঁতৰ ঘৰৰপৰা ধৰ্মক মাতি পঠিউৱা হ'ল সিয়ো ঠিকমতেই গৈ পালে, মাকৰ অসুখ সঁচাকৈয়ে টান হৈছিল, গতিকে ভাল হওঁতে বহুত দিন লাগিল। ফলত ধৰ্মই মাকক তেনে অৱস্থাত এৰি আহিবলৈ টান পালে। তাৰ পাছত মাকে যেতিয়া অলপ ভাল পালে, ধৰ্মই হেনো লাজ-বান্ধ খালে, ইমান দিনৰ মূৰতনো সি কোনটো নাকেৰে অঞ্জলিহঁতৰ ঘৰলৈ আহে? ভয়ো লাগিছে, তাৰোপৰি ইমান দিনলৈকেনো আৰু অঞ্জলিহঁতে আন ল'ৰা নৰখাকৈ আছেনে? গতিকে ধৰ্ম গুৱাহাটীলৈ আহিল হয়, কিন্তু আন এঘৰত কামত সোমাল। তাত সি তিনিমাহ থকাৰ পাছত তেওঁলোকৰ ঘৰলৈ ফুৰিবলৈ অহা জোঁৱায়েকৰ বোলে দুশ টকা চুৰি হ'ল, গতিকে তেওঁলোকে এতিয়া ধৰ্মকে সন্দেহ কৰি পুলিছত দিছে। ধৰ্মৰ ওপৰত সন্দেহ হোৱাৰ এটা কাৰণ হেনো এই—সি হেনো বহুতদিনৰ পৰা তাৰ কাণ-সমনীয়া গৃহস্থৰ ল'ৰাটোক কৈ আছিল যে তাৰ মাকৰ অসুখৰ চিকিৎসাত গাঁৱৰ মহাজনৰ ওচৰত ভালেখিনি টকা ধাৰ লাগিছে, বাপেকেতো সেই ধাৰ মাৰিবই নোৱাৰিব, সিহে মাৰিব লাগিব, সোনকালে নেমাৰিলে আকৌ সুতত বাঢ়ি বাঢ়ি বহুত টকা হ'বগৈ, ইমান টকাযে সি এতিয়া একেলগে ক'ত পায়। গতিকে ইমান টকাৰ প্ৰয়োজন থকা ল'ৰাই চুৰ নকৰি কোনে কৰিব? সি পুলিছ হাজোতত আছে, পুলিছে বোলে বৰ মাৰে, বিশেষকৈ সৈ কৢৱাবলৈ হেনো বুটেৰে গুৰিয়াই তেজ উলিয়াই দিয়ে, হন্টাৰেৰে কোবাই পিঠিৰ ছাল ছিঙি দিয়ে।

কথাবোৰ কৈ কৈ ধৰ্মৰ বাপেকে প্ৰায় কান্দিয়েই পেলালে। এতিয়া অঞ্জলিহঁতেই অগতিৰ গতি, 'বাবু' নিজেই পুলিছৰ মানুহ, ল'ৰাটোক যেনে-তেনে উদ্ধাৰ কৰি আনিব লাগে। তেওঁ ভালকৈয়ে জানে, তেওঁৰ ল'ৰা নিৰ্দোষ, সি জীৱনতে চুৰি কৰি পোৱা নাই, 'বাবু'হঁতৰ ঘৰতে তো সি কত দিন থাকি গ'ল, কেতিয়াবা এটা পইচা ইফাল সিফাল কৰি পাইছেনে?

সেইখিনিতে অঞ্জলিয়ে মিচিক্‌কৈ হাঁহি এটা মাৰি ধৰ্মৰ বাপেকে নুশুনাকৈ ককায়েকক প্ৰায় ফুচফুচাই ক'লে, "অ' দাদা, তেওঁৰ পুতেক ধৰ্ম একেবাৰে ধৰ্ম যুধিষ্ঠিৰ ! তই যে সেইবাৰ ধৰ্মক বজাৰৰ পইচা চুৰি কৰাত হাতে হাতে ধৰা পেলালি মনত আছেনে ?"

অঞ্জলিৰ ককায়েকেও হাঁহিলে, "মনত নাইনে আৰু !"

ককায়েক-ভনীয়েক দুয়োৰো চকুৰ আগত ঘটনাটো ভাহি উঠিল। ধৰ্মই যে বজাৰ কৰিবলৈ গৈ বজাৰৰ পইচা মাৰে অঞ্জলিহঁতৰ সদায়ে সেই সন্দেহ হৈ আছিল। কিন্তু প্ৰমাণ কৰাৰ উপায় কি ? এবাৰ অঞ্জলিৰ ককায়েকৰ বন্ধু দুজন ফুৰিবলৈ আহিছিল, বৈণীয়েকে ক'লে চাহৰ লগত দিবলৈ ঘৰত একো এটা নাই, বনাই দিবলৈও নাই। ককায়েকে টকা দুটা দি ধৰ্মক লৰালৰিকৈ বজাৰলৈ পঠিয়াই দিলে—এটকাৰ ৰচগোল্লা আনক আৰু এটকাৰ ভুজিয়া আনক। তাৰ পাছত ভুজিয়াৰ পেকেট খুলি প্লেটত সজাবলৈ ওলাই অঞ্জলিৰ বৌয়েকে বৰ আপত্তি কৰিবলৈ ধৰিলে—এটকাৰ মাত্ৰ এইখিনি ভুজিয়া, দাম হ'ল বুলিনো বস্তুৰ ইমান দাম হ'বনে ? ইফালে ৰীণাজনীয়ে থাপ্ মাৰি এমুঠা নিলেই।

বন্ধু দুজন যোৱাৰ পাছত বৌয়েকে আকৌ ককায়েকৰ আগত কথাটো উলিয়ালে, ককায়েকৰো কিবা চোট উঠিল, তেতিয়াই ধৰ্মক লগত লৈ মিঠাইৰ দোকানখনলৈ গ'ল, মিঠাইৰ দোকানীয়ে ক'লে—ধৰ্মই অলপ আগতে এটকাৰ নহয়, বাৰ অনাৰহে ভুজিয়া লৈ গৈছে।

ঘৰলৈ আহি তেওঁ ধৰ্মক কাণতলীয়া চৰ এটা শোধাইছিল আৰু কাণত ধৰাই শপত খুৱাইছিল যে তেনেকৈ আৰু সি কেতিয়াও বজাৰৰ পইচা চুৰ নকৰে।

ধৰ্মৰ বাপেকক অঞ্জলিৰ মাকে চাহ খাবলৈ দিলে। অঞ্জলিয়ে ভিতৰত ককায়েকক ক'লে, "তই দেখোন কাপোৰ-কানি পিন্ধিবলৈ ধৰাই নাই দাদা, ধৰ্মৰ বাপেকৰ লগত থানালৈ নেযাৱ ?"

অঞ্জলিৰ ককায়েক আচৰিত হ'ল, "মই কিয় থানালৈ যাম ? ধৰ্মই যে চুৰ কৰিছে সেই কথাত মোৰো সন্দেহ নাই, মই কি চোৰ এটাক জামিনত খালাচ দি আনিবলৈ যাব লাগিব ?"

"নহ'লে যে সি হাজোতত পুলিচৰ মাৰ খাই আধামৰা হ'ব দাদা ?"

"হওক আধামৰা। চোৰ বদমাইচ গুণ্ডা এইবোৰে শাস্তি পাবই লাগিব।"

"হয় নেকি ? অ' দাদা, মোৰ এটা কথা খুব জানিবৰ মন যায়—মাজে মাজে যে হঠাৎ কেতিয়াবা ক'ৰবাত দুই এজন ভেজালকাৰী, ভেটিখোৰ, ক'লা



বেপাৰী আদি সমাজৰ গণ্যমান্য অপৰাধী ধৰা পৰে, তেতিয়া 'আমাৰ এই ধৰ্মহঁততকৈ লাখগুণে বদমাইচ সেই মানুহবোৰকো পুলিচে এইদৰে বুটেৰে গুৰিয়ায় নেকি, হাণ্টাৰেৰে কোবাই সিহঁতৰ দামী চোলাৰ তলৰ আলসুৱা ছালবোৰ ফটাই দিয়ে নেকি।"

অঞ্জলিৰ ককায়েকে অস্বস্তি বোধ কৰিলে, "তই বৰ লেকচাৰ মাৰ অ' অঞ্জু, বৌৱেৰে ঠিকেই কয়—"

অঞ্জলিয়ে হাঁহি হাঁহি ক'লে, "সেই বদনামটো যেতিয়া হৈছেই, মইনো খুদ খাই কিয় পেট নষ্ট কৰোঁ, ভালকৈয়ে লেক্‌চাৰ এটা মাৰি মনৰ জ্বালা জুৰাওঁ। যোৱাবাৰ গাঁৱলৈ যাওঁতে আমাৰ উপিন খুৰাহঁতৰ ওচৰত থকা আকলু নামৰ মানুহ এটাৰ বৈণীয়েকে মা আৰু মোৰ আগত খুব কান্দিলে। আকলুৱে চহৰত পিয়ন কাম কৰিছিল, কোনোবা মানুহৰ পৰা দহ টকা ভেটি লোৱা অপৰাধত ধৰা পৰাত লগে লগে চাকৰি গ'ল। মাটিহীন আকলুৰ এতিয়া পানীত হাঁহ নচৰা অৱস্থা। দাদা, আমাৰ ওচৰৰ নৰেশ শইকীয়াহঁতৰ থকা-খোৱাৰ ষ্টেণ্ডাৰ্ড আগতকৈ কমিছেনে ? তেওঁ কিয় ধৰা পৰা নাই ? তেওঁ কিয় ৰক্ষা পৰি আছে ? তেনেকুৱা আৰু হাজাৰ হাজাৰ নৰেশ শইকীয়াৰ দপ্‌দপনি কিয় কমা নাই ? আকলুৰ ঘটনাটো শুনি মোৰ আগত নৰেশ শইকীয়া আৰু তেওঁৰ দৰে বহুত মানুহৰ ছবি ভাহি উঠিছিল। দুনীতিৰ অভিযোগত বহুত পিয়ন চকীদাৰৰ চাকৰি গৈছে, বহুতো ডাঙৰ চাকৰি কৰা মানুহৰো অৱশ্যে চাকৰি গৈছে—কিন্তু সকলোৰে চকুৰ আগত দেখ্‌দেখ্‌কৈ দুনীতি কৰি দপ্‌দপাই থকা মানুহবোৰৰ কিয় কোনো শাস্তি হোৱা নাই, কিয় তেওঁলোক এতিয়াও সমাজৰ গণ্যমান্য মানুহ হৈ বহি আছে ? আকলুৰ ল'ৰা এটা আছিল পঢ়াত সি খুব বোকা আছিল, কিন্তু এতিয়া তাক পঢ়াৰ পৰা এৰুৱাই আনি এঘৰত চাকৰ ৰখা হৈছে। আমাৰ দেশৰ বেকাৰ সমস্যাৰ সমাধান অতি সুন্দৰভাৱে কৰি আছে এই এটা চাকৰিয়ে, চাকৰৰ চাকৰিয়ে। লোকৰ ঘৰৰ ল'ৰা-ছোৱালী আহি লোকৰ ঘৰৰ গালি-শপনি কিল চৰ লাথি খাই দিনটো কাম কৰি থাকিব। ৰাতিপুৱাৰ পৰা ৰাতিলৈ সিহঁতৰ বেছিভাগৰে দিনটো আজৰি নাই। বহুতে ভালকৈ খাবলৈও নাপায়, বহুতে মাৰ খাই মৰে। আমাৰ দেশত এই ভৃত্য সম্প্ৰদায়ৰ দৰে শোষিত শ্ৰেণী আৰু নাই দাদা।"

অঞ্জলিৰ ককায়েকে হাঁহিলে, "ঐ অঞ্জু, আমাৰ ভৃত্য-পুংগবক এৰি দিওঁ, তই কাম কৰিব পাৰিবিনে ?"

অঞ্জলিয়েও হাঁহিলে, "কাম কৰিব লাগিলে মই আধা-মৰা হ'ম দাদা।

সমুৰেপৰা চাকৰৰ ওপৰত ডাঙৰ হোৱা আৰামৰ শৰীৰ—পিছে তই এতিয়া কি কৰ ?"

"অ'—তই ভাবিছ তোৰ লেক্‌চাৰত মই গলি গৈ ধৰ্মক জামিনত খালাছ কৰি আনিবলৈ ঢাপলি মেলিম ? চোৰ এটাক মই কেতিয়াও জামিনত খালাছ কৰিবলৈ নেযাওঁ দেই—লাগে সি তোৰ ভাষাত সমাজৰ অতি ক্ষুদ্ৰ অপৰাধ কৰা চোৰেই হওক। সমাজৰ ডাঙৰ চোৰবোৰ বৰ বৰ মানুহ হৈ টিঙিলঙিলাই থকাৰ অপৰাধ তো মোৰ নহয়, সিহঁতক জেলত ভৰাই থোৱাৰ ক্ষমতা তো মোৰ নাই।"

অঞ্জলি অসহায়ৰ দৰে অলপ পৰ মনে মনে ৰ'ল, তাই মনৰ ভিতৰত কিবা এটা বিচাৰি খুব চলাথ কৰিবলৈ ধৰিলে, তাৰ পাছত তাইৰ মুখখন উজ্জ্বল হৈ উঠিল, "দাদা, অশলাগৰ নিচিনা ডাঙৰ পাপ নাই। তহঁতৰ নীনা সৰু হৈ থাকোঁতে সদায় পুৱা চাৰে চাৰি বজাত সাৰ পাইছিল, তাৰ পাছত আৰু তাই কোনোপধ্যেই ঘৰৰ ভিতৰত থাকিব নুখুজিছিল, তাইক বাহিৰলৈ আনি ফুৰাব লাগে। মোৰ ভালকৈ মনত আছে—জাৰকালি আন্ধাৰে-পোহৰে নবৌৱে তাইক জোতা মোজা চুৱেটাৰ টুপি পিন্ধাই উলিয়াই লৈ আহে আৰু ধৰ্মক জগায়। ধৰ্মই নিয়মৰ বিৰুদ্ধে মূৰত এখন গামোছা বান্ধি লয় আৰু নীনাক কোলাত লৈ ফুৰাবলৈ লৈ যায়, তই আৰু নবৌৱে আকৌ এঘণ্টামান লেপৰ তলত মজা মাৰি শুই থাক। কৃতজ্ঞতাৰ গল্প এটা শুনিবি, দাদা ? এব্ৰাহাম্‌ লিন্‌কন তেতিয়া ক্ৰমে বিখ্যাত হৈ উঠিছে, তেওঁ সেইবাৰ নিৰ্বাচনত উঠিব আৰু শুকুৰবাৰে এঠাইত এনে এটা বক্তৃতা দিব লাগিব যাৰ ওপৰত তেওঁৰ ৰাজনৈতিক ভৱিষৎ বহুখিনি নিৰ্ভৰ কৰিছে। তেনেতে তেওঁ এখন চিঠি পালে আৰু চিঠিখন পঢ়ি সহকাৰীক ক'লে যে শুকুৰবাৰৰ সেই বক্তৃতাটো দিয়া তেওঁৰ পক্ষে অসম্ভৱ হ'ব—তাৰ বাবে নিৰ্বাচনত হাৰিলেও উপায় নাই, কাৰণ শুকুৰবাৰে তেওঁৰ এটা জৰুৰী কাম ওলাইছে। যিহওক, শুকুৰবাৰে লিন্‌কন খোজকাঢ়ি কুৰি মাইল আঁতৰৰ চহৰ এখনলৈ গ'ল—খোজ কাঢ়ি গ'ল বোধহয় বাটত কথাবোৰ যুঁকিয়াই ঠিক কৰি যাবলৈ—তাত গৈ তেওঁ বিচাৰালয়ত সোমাল আৰু বিচাৰকক জনালে যে পোন্ধৰ বছৰীয়া ল'ৰা এটাৰ হত্যাৰ অপৰাধত যি বিচাৰ চলি আছে তাত তেওঁ ল'ৰাটোৰ পক্ষৰ উকীল হ'ব খোজে। বিচাৰ চলিল—ল'ৰাটো এক খেতিয়কৰ ঘৰৰ বন্ধা আৰু সি মালিকক খেৰ বিন্ধোৱা মাৰিৰে মূৰতে কোবাই হত্যা কৰিছে।

তাৰ পাছত এব্ৰাহাম্‌ লিন্‌কনৰ ওকালতি কৰাৰ পাল পৰিল। লিন্‌কনে এটা দীঘলীয়া বক্তৃতাত ক'লে কেনেকৈ পোন্ধৰ বছৰ আগতে তেওঁ এজন দুখীয়া



ডেকাল'ৰা হৈ থকা অৱস্থাত আহি এজন কাঠকটীয়াৰ ঘৰত আশ্ৰয় পাইছিল, কেনেকৈ দুখীয়া হ'লেও তেওঁক মানুহঘৰে অতি মৰমত ৰাখিছিল, কেনেকৈ মানুহঘৰৰ সোণালী চুলিৰ ধুনীয়া কেঁচুৱাটোৰ সৈতে তেওঁ উমলি পৰম আনন্দ পাইছিল ; লিন্‌কনে আবেগৰে কৈছিল যে জীৱনত সেই মানুহঘৰৰ লগত তেওঁৰ যি স্মৃতি জড়িত আছে সি অতি মধুৰ আৰু সুখৰ স্মৃতি, তেওঁ তাক কেতিয়াও পাহৰিব নোৱাৰে। কিন্তু কিছুদিন পাছত তাৰ পৰাগুচি অহা লিন্‌কনৰ লগত সেই মানুহ ঘৰৰ আৰু কোনো সম্পৰ্ক নাছিল। দুদিন আগতেহে তেওঁ গৃহিণী গৰাকীৰ পৰা পোৱা চিঠি এখনৰ পৰা গম পালে যে কাঠকটীয়াজন কেতিয়াবাই মৰিল, ডাঙৰ সন্তান দুটাও মৰিল, বাঁচি আছে কেৱল সেই কেঁচুৱাটো। সি এতিয়া পোন্ধৰ বছৰীয়া ল'ৰা আৰু দৰিদ্ৰ বিধবা মাকে ল'ৰাটোৰ পোহপাল দিব নোৱাৰি এঘৰত বন্ধা থৈছে। সিৱেই হ'ল আজিৰ এই হত্যাকাৰী ল'ৰাটো।

লিন্‌কনে ক'বলৈ ধৰিলে : তেওঁ সেই কাঠকটীয়াৰ ঘৰত থকা মধুৰ দিনকেইটাত ভাবিছিল যে জীৱনত যদি কেতিয়াবা এইঘৰ মানুহৰ মৰমৰ কিবা প্ৰতিদান দিয়াৰ সুযোগ পায়, তেতিয়াহ'লে তেওঁ ভগবানৰ প্ৰতি খুব কৃতজ্ঞ হ'ব। তাৰ পাছত আজি সেই সুযোগ আহি পৰিছে !

ইয়াৰ পাছত লিন্‌কনে বিচাৰালয়ৰ সকলোকে সম্বোধন কৰি মৰ্মস্পৰ্শী ভাষাত ক'বলৈ ধৰিলে : 'আপোনালোকে ভাবি চাওক, আপোনালোকৰো এনে বয়সৰ ল'ৰা আছে, কিন্তু যি সময়ত আপোনালোকৰ ল'ৰাই মাক-বাপেকৰ আদৰত লালিত-পালিত হৈছে, পঢ়াশুনা কৰি আছে, খেল-ধেমালি কৰিছে, ভালকৈ খাইছে-পিন্ধিছে, জীৱনৰ নানা আৰাম-সুখ ভোগ কৰিছে—সেই সময়ত সিহঁতৰে একে সমনীয়া ল'ৰা এটাই অষ্টপ্ৰহৰ পথাৰত কাম কৰিছে, খেৰৰ গাড়ীত খেৰ বোজাই দি পথাৰৰ পৰা সেই গাড়ী চলাই ঘৰলৈ আনিছে, আকৌ ঘৰ পাই সেই খেৰবোৰ গাড়ীৰ পৰা নমাই চোতালত দ'ম কৰিছে। তাৰ লগে লগে আছে মালিকৰ নানা গালি-শপনি। সিদিনাও সি খেৰৰ গাড়ীত খেৰ বোজাই দি আবেলি ঘৰলৈ উভতিছে, পথাৰত ৰ'দত কাম কৰি কৰি অকণমানি ল'ৰাটো ক্লান্ত হৈ পৰিছে, ঘৰ পাই সি বন্ধ গেটৰ ওচৰত থিয় হৈ থকা অন্য ল'ৰা এটাক ক'লে গেটখন খুলি দিবলৈ—সি গাড়ীখন সুমুৱাব। মালিকো আছিল ওচৰতে, মালিকে ক'লে—এলেহুৱাটো ক'ৰবাৰ, নামি আহি নিজে গেটখন খুলি ল'ব নোৱাৰে, এনে ৰাজপুত্ৰটো ওলাইছে। তাৰ পাছত মালিক-জনে গাড়ীৰ পৰা খেৰ বিন্ধোৱা মাৰি ডাল লৈ ল'ৰাটোক খোচ মাৰি দিলে। ল'ৰাটো একেজাঁপে গাড়ীৰ পৰা নামিল, দিনটো ৰ'দে পোৱা মুখখন তাৰ আৰু

ৰঙা পৰি উঠিল, একেটানে সি মালিকৰ হাতৰপৰা মাৰিডাল কাঢ়ি ল'লে আৰু তেওঁৰ মূৰতে এটা মাৰ মাৰি দিলে। মালিকজনৰ মৃত্যু হ'ল'।”

অঞ্জলিৰ ককায়েকে ব্যগ্ৰভাৱে সুধিলে, “তাৰ পাছত কি হ'ল, অঞ্জু? ল'ৰাজনক কি শাস্তি দিলে বিচাৰকে?”

অঞ্জলিয়ে হাঁহিলে, “বিচাৰকে ল'ৰাজনক একো শাস্তি নিদিলে। তাক খালাচ দিলে। আব্ৰাহাম্ লিন্‌কন যাৰ উকিল, তাৰ আৰু কিবা শাস্তি হ'ব পাৰেনে? আৰু তেওঁ নিশ্চয় মই কোৱাৰ দৰে এনে নীৰসভাৱে কথাবোৰ কোৱা নাছিল, তেওঁ নিশ্চয় খুব হৃদয়স্পৰ্শী আবেগৰ ভাষাত কৈছিল।”

অঞ্জলিৰ ককায়েকে মৰমসনা মাতেৰে ক'লে, “তয়ো ভালকৈ ক'ব জানিছ দে। মই ভাবিছোঁ তই এজনী দেশনেত্ৰী হোৱাই ভাল হ'ব। যি বঢ়িয়া লেক্‌চাৰ দিয়, খুব নাম কৰিব পাৰিবি। দেশনেত্ৰী হৈ তই বাছিয়া-টাছিয়াও ঘূৰি আহিব পাৰিবি—”

অঞ্জলিয়ে হাঁহিয়ে তৎ নেপায়, “ভগবানে মোক সেই দুৰ্ভাগ্যৰ পৰা ৰক্ষা কৰক, দাদা। কলেজত শুনা গল্প এটা কওঁ শুন। এগৰাকী নেত্ৰীৰ জাৰ্মানিলৈ যাবলৈ বৰ মন আছিল, অলপতে তালৈ প্ৰতিনিধি দল এটা যোৱাৰো কথা। কিন্তু দুৰ্ভাগ্যক্ৰমে সেই নেত্ৰীৰ ওপৰৰ নেত্ৰী গৰাকীয়ে তেওঁৰ নামটো ওপৰলৈ নপঠালে। পালি-নেত্ৰী গৰাকীয়ে যেতিয়া সেই কথাটো গম পালে, তেওঁ মানুহজাতিৰ অকৃতজ্ঞতাত স্তব্ধ হৈ গ'ল আৰু লগৰ বন্ধু-বান্ধৱক দুখৰ থোকাথুকি মাতেৰে ক'লে—'তাই সিদিনা যেতিয়া বিক্ষাৰ পৰা দৌৰি নামি আহি মোৰ ঘৰত লুকাইছিলহি, তেতিয়াই তাইক ঘৰৰপৰা চুলিত ধৰি বাহিৰ কৰি দিব লাগিছিল। মই মানুহ নিচিনিলোঁ, তাইক বন্ধু ভাবি আশ্ৰয় দিলোঁ···' অ' দাদা, এই গল্প যদি সঁচা হয়—মোক তই এই নেত্ৰীৰ দলত ভিৰ বঢ়াবলৈ যাবলৈ ক'বিনে? তাতকৈ মই ঢলকুছি গাঁৱৰ প্ৰকৃতিৰ সৌন্দৰ্য উপভোগ কৰিম আৰু স্কুল এখন খুলি গাঁৱৰ অশিক্ষিতা তিৰোতা-বোৰক পঢ়াই তেওঁলোকক তহঁত পুৰুষ জাতিৰ অত্যাচাৰৰ বিৰুদ্ধে মূৰ তুলি থিয় দিবলৈ উদাত্ত কণ্ঠেৰে আহ্বান কৰিম!”

অঞ্জলিৰ ককায়েকে মিচিকীয়াই হাঁহিলে আৰু ক'লে, “ধৰ্মৰ বাপেকৰ চাহ খোৱা হ'ল নেকি চা গৈ যা, থানালৈ যাওঁ।”



॥১৫॥

বাগেশ্বৰৰ মনত অপাৰ আনন্দ, পুতেকে এইবাৰ দ্বিতীয় বিভাগত মেট্ৰিক পাছ কৰিছে। এতিয়া তেওঁ ভাবিয়ে তৎ পোৱা নাই—পুতেকক নলবাৰীতে পঢ়ুৱাব নে গুৱাহাটীতে নিজৰ লগত ৰাখি পঢ়ুৱাব। গুৱাহাটীত অৱশ্যে ঘৰটো সৰু, এতিয়াও তেওঁ মালিকৰ ঘৰৰ পাছফালে থকা আগৰ ঘৰটোতে থাকে, খায়ো আগৰ দৰে মালিকৰ লগতে। বহুত দিন এনেকৈ থকাৰ ফলত ভালে-বেয়াই গৃহস্থ-কৰ্মচাৰীৰ মাজত এটা সম্পৰ্ক গঢ়ি উঠিছিল বাবে কোনোৱেও কাকো এৰিব খোজা নাছিল। এতিয়া অৱশ্যে বাগেৰে তেওঁলোকৰ ঘৰৰ কাম একো কৰি নিদিয়ে, কেৱল দুবেলা বজাৰখিনি নিয়মিতভাৱে কৰি দিয়ে আৰু সংসাৰৰ অন্য কথাত তদাৰক কৰে। ঘৰুৱা বিষয়ত বাগে মালিকৰ সোঁহাত হৈ পৰিছিল—ঘৰখনৰ কাক কি লাগে, কাৰ কি সুবিধা অসুবিধা—সকলো বাগেৰেই চাইছিল। মালিকৰ ল'ৰা-ছোৱালী ডাঙৰ হৈ আহিছিল, সিহঁতৰ কলেজ-স্কুলৰ বহী-কিতাপ যোগাৰ কৰি দিয়া, দুই এজনৰ ক্ষেত্ৰত ঘৰুৱা শিক্ষক নিযুক্ত কৰা—এই সকলোবৰ বাগেৰেই কৰিছিল। ইতিমধ্যে মালিকৰ বাকী দুজনী ছোৱালী আৰু ডাঙৰ ল'ৰাটোৰো বিয়া হৈছিল, কিন্তু বিয়া যেন মালিকৰ সন্তানৰ নহয়—তেওঁৰ নিজৰহে, এনেকৈ সেই বিয়াত বাগেৰে দেহেকেহে খাটিছিল। অৱশ্যে তাৰ মাজে মাজে বাগেৰ মনৰ মাজত খুব ডাঙৰ অভিমান এটাও উক্ দি দি থাকিছিল—বাগেৰে বিয়া কৰোৱা বুলি জানিওতো মালিক বা মালিকনী কোনেও এবাৰলৈকে তেওঁৰ ঘৈণীয়েকক বিয়া চাবলৈ অনাৰ কথা নক'লে। কিন্তু সেই অভিমান তেওঁ কঠোৰ শাসনেৰে মনৰ ভিতৰত পুতি থ'বলৈও যত্ন কৰি থাকিছিল—জীৱনৰ সেই কেইটা বছৰত বাগেৰে এটা কথাকেই খুব ভালকৈ বুজিছিল যে কাৰো-পৰাই একো আশা কৰিব নেপায়, আশা কৰা মানেই অন্তৰত আশা ভংগৰ দুখ পোৱা। এই সংসাৰত কাৰো আনৰ কথা হৃদয় ঢালি দি ভবাৰ দৰকাৰ নাই বা প্ৰায় প্ৰত্যেক মানুহকে ঈশ্বৰে এনেকৈ সৃজিছে যে কোনেও সহানুভূতি আৰু মৰমসনা বিগলিত অন্তৰেৰে আনৰ কথা ভাবিব নোৱাৰে। গতিকে লোকৰ পৰা আশা কৰাটো মহা মূৰ্খামীৰ কথা।

যিহওক, বাণোৰ জীৱনৰ সময়বোৰ এনে নানা অভিজ্ঞতাৰ মাজেদি পাৰ হৈ গৈছিল—আৰু এতিয়া তেওঁৰ ৰবপুত্ৰই মেট্ৰিক পাছ কৰিলে।

সিদিনাই আবেলি প্ৰেছ ছুটীৰ পাছত বাণেশ্বৰ অঞ্জলিহঁতৰ ঘৰলৈ গৈছিল। গাঁও সূত্ৰত চিনাকী পৰেশ কলিতাহঁত গুৱাহাটীত নিগাজীকৈ থাকিবৰ পাছৰ পৰাই বাণো মাজে মাজে তেওঁলোকৰ ঘৰলৈ আহে। বাণোই কেনেকৈ নিজৰ ভৰিত নিজে থিয় দি প্ৰতিষ্ঠা লাভ কৰিছে সেই ইতিহাস অঞ্জলিহঁতে জানে কাৰণে তেওঁক ঘৰখনৰ আটায়ে আদৰ-সাদৰ কৰে। অঞ্জলিয়ে তেওঁৰ ওচৰত বহি বহি প্ৰেছৰ নানা কথা শুনিবলৈ বৰ ভাল পায়, বাণোৱেও এনে আগ্ৰহী শ্ৰোতা পাই বহুত কথাই কয়, অঞ্জলিহঁতক নি তেওঁ প্ৰেছ কেনেকৈ চলে তাকো এদিন দেখুৱাই আনিছিল, মালিকৰ ঘৰখনৰ লগতো গৌৰৱেৰে অঞ্জলিহঁতৰ চা-চিনাকি কৰি দিছিল। তেওঁৰ গৌৰৱ দুই ধৰণৰ আছিল—অঞ্জলিহঁতক দেখুৱাইছিল তেওঁ কেনেকৈ মালিকৰ ঘৰৰে মানুহ এজন হৈ পৰিছে, আনহাতে মালিকনীহঁতক দেখুৱাইছিল তেওঁৰ কেনে শিক্ষিত আৰু সম্ভ্ৰান্ত আত্মীয় আছে।

অঞ্জলিৰ লগত প্ৰেছৰ বিষয়ে নানা কথা পাতে বাণোৱে আৰু তাৰ পাছত বেছি কথা পতাৰ অৱধাৰিত ফল যিটো হয় বাণোৰ ক্ষেত্ৰতো সেইটো হৈ যায়, কিছুমান নক'বলগীয়া কথাও তেওঁৰ মুখৰপৰা ওলাই যায়। মালিকে কেনেকৈ লেখকক কিতাপ প্ৰকাশ কৰি ঠগায়—বাণোৱে অনুচ্চ মাতেৰে গোগ্ৰাসে তেওঁৰ কথা গিলি যোৱা অঞ্জলিক কৈ যায়। কোনোবা লেখকৰ কিতাপ হয়তো ছপা কৰা হয় পাঁচ হেজাৰ, কিন্তু লেখকক হিচাপ দিয়ে তিনি হাজাৰৰ আৰু তাৰ ওপৰতহে ৰয়েল্টি ধৰি পইচা দিয়ে। কেতিয়াবা আকৌ মনে মনে বোলে দ্বিতীয় সংস্কৰণো উলিয়াই কিতাপ বিক্ৰী কৰি থাকে, কিন্তু লেখকক কয়—প্ৰথম সংস্কৰণেই বিক্ৰী হৈ শেষ হোৱা নাই। অঞ্জলি আচৰিত হয় আৰু বাণোৱে তেওঁৰ মালিকক বিশ্বাসভংগ কৰাৰ দামেৰে তাইৰ অভিজ্ঞতাৰ ভঁৰালটো পুষ্ট কৰে আৰু নানা ধৰণৰ ভিতৰুৱা কথা কৈ দিয়ে।

পুতেকৰ খবৰটো লৈ অহা বাণোক অঞ্জলিহঁতে আদৰ-সাদৰকৈ বহুৱালে আৰু এতিয়া ল'ৰাক ক'ত পঢ়ুৱাব, তাৰ ভৱিষ্যতৰ বিষয়ে বাপেকে কি চিন্তা কৰিছে—এইবোৰ সুধিব ধৰিলে।

বাণোৱে অলপ চিন্তিতভাৱে কয়, "হৰেশ্বৰক ক'ত যে পঢ়ুৱাওঁ মই ভাবি একো এটা ঠিকেই কৰিব পৰা নাই। মোৰ লগত ৰাখি পঢ়ুৱাবলৈ গ'লে তাৰ থকা-খোৱাৰ অসুবিধা হ'ব, আকৌ নলবাৰী কলেজত পঢ়ুৱাবলৈ গ'লে সি তো আৰু ঘৰৰপৰা অহা-যোৱা কৰি কলেজ কৰিব নোৱাৰিব,



নলবাৰীতে বাহা কৰি থাকিব লাগিব। কিন্তু যাৰে তাৰে লগত তেনেকৈ থ'বলৈও সাহ নহয়, আমাৰ বলীন থকা হ'লে অৱশ্যে কোনো কথা নাছিল, তাৰ লগতে থাকিব পাৰিলেহেঁতেন, কিন্তু সিওতো কলেজ পাছ কৰি গুৱাহাটীলৈ পঢ়িব আহিল।"

"কোন বলীন বাণোখুৰা?" অঞ্জলিয়ে অনুভৱ কৰিলে তাইৰ গাল দুখন অলপ উত্তপ্ত হৈছে।

"বলীনক নাজানা? আমাৰ ঢলকুছিৰ ৰত্ন। এইবাৰ প্ৰথম হৈ বি. এ. পৰীক্ষা পাছ কৰিছে। স্বভাৱে-চৰিত্ৰই, ব্যৱহাৰ-পাতিয়ে বৰ ভাল ল'ৰা বলীন।"

"অ—" অঞ্জলিয়ে কোনোমতে কৈ থ'লে।

অঞ্জলিৰ মাকে ক'লে, "মই বলীনক জানো। এইক এদিন তাৰ কথা কৈছিলোঁ—তাৰ পৰীক্ষাৰ খবৰ ওলাবৰ সময়তে হ'বলা—তাই বোধহয় পাহৰিলে। তুমি ঠিকেই কৈছা বাপা—বলীন আমাৰ ঢলকুছি গাঁৱৰ ৰত্ন। পিছে মই ভবাত তুমি হৰেশ্বৰক গুৱাহাটীত তোমাৰ লগত ৰাখি পঢ়ুৱাই ভাল হ'ব। হাজাৰ হওক ল'ৰা-ছোৱালী বাপেক-মাকৰ লগত থাকিলে যিমান ভালেৰে থাকে, অকলে থাকিলে নোৱাৰে নহয়। আৰু এটা কথাও হ'ব, তোমাৰ লগত থাকিলে সি প্ৰেছৰ কামো অলপ-অচৰপ শিকি থ'ব পাৰিব, তাৰ পাছত পাছ-টাছ কৰি উঠিলে প্ৰেছতে তাক ভাল চাকৰি এটাত সুমুৱাই দিব পাৰিবা। আজিকালি চাকৰি-বাকৰি পোৱা কিমান টান জানাই দেখোন—আগৰপৰা এনেকৈ ভাবি-চিন্তি নথলে নচলে।"

বাণোৱে আন্তৰিকভাৱে সেই কথা শলাগি ক'লে, "আপুনি বৰ ঠিক কথাকে কৈছে বৌ! মই তাকেই কৰিব লাগিব। মোৰ ল'ৰাইতো আৰু বলীনহঁতৰ দৰে ভালকৈ পাছ কৰা নাই যে সি কিবা হাকিম-মুন্সিফ—ডাক্তৰ-ইঞ্জিনিয়াৰ এইবোৰ হ'ব বুলি আশা কৰিব পাৰিম। মই তাক মোৰ লগলৈকে লৈ আহিম।"

অঞ্জলিয়ে কিন্তু দীৰ্ঘশ্বাস এৰিলে, "কি যে হৈছে সকলোৰে, প্ৰত্যেকৰে কেৱল ভৱিষ্যতৰ বাবে চহৰবোৰলৈহে চকু। মই কিন্তু বাণোখুৰা, ঠিক ওলোটাটো কৰিম। দেউতাই পেন্সন পোৱাৰ পাছত গাঁৱত ঘৰ সাজিব নহয়, তেতিয়াময়ো গৈ মাহঁতৰ লগত তাত থাকিম আৰু স্কুল এখন খুলি গাঁৱৰ তিৰোতাবোৰক পঢ়াম।"

বাণোৱে হাঁহিছিল, সৰু ল'ৰা-ছোৱালীৰ অৰ্থহীন লাগবান্ধ নোহোৱা কথা

শুনি ডাঙৰে ৰমতে হ'হা প্ৰশ্ৰয়ৰ হাঁহি, আৰু তাৰ পাছত কৈছিল, "তোমাৰ স্কুলখনত বাৰু মই হৰেশ্বৰৰ মাককো নাম লগাই তোমাৰ ছাত্ৰী কৰি দিম !"

সেই বাণোৰ পুতেক হৰেশ্বৰ এদিন স'চাকৈয়ে বাপেকৰ প্ৰেছতে কামত সোমাইছিল, কিন্তু বাপেকৰ পৰিকল্পিত আঁচনিৰ যোগেদি নহয়। হৰেশ্বৰ প্ৰিউ. ইউৰ দ্বিতীয় বাৰ্ষিকলৈ উঠাৰ লগে লগে এবাৰ গাঁৱলৈ যোৱা বাণেশ্বৰ মাজৰাতি পেটৰ বিষত সাৰ পাই উঠি শৌচ আৰু বমি কৰি মৰি থাকিল। দুমাইল আঁতৰৰ হাস্পতালৰ ডাক্তৰ যেতিয়া আহি পাইছিল, তাৰ এঘন্টামান আগতেই বাণোৰ মৃত্যু হৈছিল।

মালিকে দয়া কৰি হৰেশ্বৰক বাপেকৰ চাকৰিটো দিছিল, দয়া কৰিয়েই, কাৰণ এদিন মেট্ৰিক পাছ কৰা বাণোৱে যিটো চাকৰি কৰি আছিল, এতিয়া সেই চাকৰি বি. এ পাছ মানুহেহে পায়। এতিয়া প্ৰেছত মেট্ৰিক পাছ কৰা বহুত ল'ৰা আছে—যিবোৰে পিয়নৰহে চাকৰি কৰে। গতিকে বাণোৰ আত্মাই স্বৰ্গত থাকি এই কথা ভাবি আপছোচ কৰিবৰ একো নাই যে তেওঁৰ পুতেকক বি.এ পাছ কৰাই প্ৰেছত এটা ডাঙৰ চাকৰিত সুমুৱাই দিব নোৱাৰিলে। বি.এ পাছ কৰিলেও সি এনেকুৱা চাকৰিকে পালেহেঁতেন, এতিয়া বৰং আৰু দুই তিনিটা বছৰৰ সময়, মগজ আৰু ধন খৰচ নকৰাকৈয়ে সেই চাকৰি হৰেশ্বৰে পালে। অৱশ্যে তাৰ দামো সৰুসুৰা নহয়, বাপেকৰ মৃত্যুৰ দামেৰেহে হৰেশ্বৰৰ তেনেকৈ পোৱাটো সম্ভৱ হৈছিল।

বাণেশ্বৰৰ মৃত্যুৰ খবৰ অঞ্জলিহঁতৰ ঘৰখনেও যথাসময়ত পাইছিল। অঞ্জলিৰ মাকে উস্ আস্ কৰি খুব দুখ কৰিবলৈ ধৰিলে—এনেহেন ডেকা মানুহটো মৰিল বুলিয়েই মৰিলনে? মানুহৰনো মৰণ এনেকুৱাইনে? ৰাতি ভাত-পানী খাই শান্তিৰে শুই থকা মানুহটোৱেনো এবাৰ সপোনতো ভাবিব পাৰিছিল নে স্বয়ং যম তেওঁৰ বিছনাৰ ওচৰতে খাপ পাতি বৈ আছে, অলপ পাছতে তেওঁক চুলিত ধৰি নিজ ৰাজ্যলৈ টানি লৈ যাব? উস্-উস্—কোমল বয়সীয়া ঘৈণীয়েকজনীৰ এতিয়া কি দশা হ'ব? হৰেশ্বৰক কোনে পঢ়ুৱাব? বাকী ল'ৰা-ছোৱালী কেইটাকে বা কোনে চাব? উস্-উস্—কিন্তু বাণোৰ কি ভাগ্য, অতদিন বাহিৰতে চাকৰি কৰি কটোৱা মানুহটো মৰিলগৈ নিজ ভিঠাতে—স'চা কথা, চৰণেহে জানে মৰণৰ ঠাই...

অঞ্জলি স্তব্ধ হৈ সিহঁতৰ শোৱনী কোঠালীৰ বেৰত আঁৰি থোৱা পুৰণি কলীয়া কাঠৰ ফ্ৰেমেৰে বন্ধোৱা লেখা এখনৰ সমুখত থিয় হৈ আছিল। বাণো



তাইৰ এজন বন্ধুৰ নিচিনা আছিল। বাণোৰ হাঁহিভৰা মুখখনৰ পৰা ওলোৱা নানা কথা-বতৰা শুনি তাই বৰ ৰস পাইছিল। বাণোৰ বিষয়ে শুনা কথায়ো তাইক বৰ ৰস লগাইছিল। যোৱাবাৰ গাঁৱলৈ যাওঁতে নীলকণ্ঠৰ বোৱাৰীয়েকে কিবা কথা-প্ৰসংগত বাণোৰ কথা উলিয়াইছিল, কৈছিল যে বাণো মানুহটো ভাল, কিন্তু কেইবছৰমান চহৰত থাকিয়েই মানুহজনৰ এনে অৱস্থা হ'ল যে গাঁৱৰ মাত-কথা সম্পূৰ্ণ পাহৰি পেলালে, এনেকি গাঁৱত ঘৈণীয়েকৰ লগতো 'উজনা' ভাষাত কথা কোৱা হ'ল। সিদিনা সেই কথা শুনি অঞ্জলি হাঁহিত বাগৰি পৰিছিল আৰু নীলকণ্ঠৰ বোৱাৰীয়েকৰ আগত বাণো আৰু ঘৈণীয়েকৰ কাল্পনিক কথোপকথন এটাও কৈ ওলাইছিল। বোৱাৰীয়েকেও খুব ৰস পাই হাঁহিছিল আৰু বাণোৰ আন এটা কথা কৈয়ো অঞ্জলিক আৰু বেছি হঁহুৱাইছিল। বাণোৱে হেনো তেওঁৰ চাকৰিটোৰ কথা কৈ খুব জহায়, কিমান ডাঙৰ চাকৰি কৰে, তেওঁ কেনেকৈ মালিকৰ সোঁহাতত পৰিণত হৈছে, প্ৰেছৰ সকলো কথাতে মালিকে কেনেকৈ তেওঁৰ পৰামৰ্শ নোলোৱাকৈ একো কাম নকৰে—আদি নানা অসম্ভৱ কথা কৈ ডাঙৰ মানুহবোৰৰ আগত ফুটনি মাৰে। কিন্তু গাঁৱৰ মানুহবোৰ বাণোৱে ভবাৰ দৰে ইমান অ'কৰা নহয়, গতিকে তেওঁলোকে বাণোৰ আঁৰত খুব হ'হাহ'হি কৰে আৰু বাণোৰ নাম উল্লেখ কৰিলে সমুখত এটা বিশেষণ লগাই দি কয় "ব'ম মাৰা বাণো।"

'ব'ম মাৰা বাণো'—সিদিনা হাঁহি হাঁহি অঞ্জলিৰ পেট বিষাই গৈছিল, চকুৰে পানী ওলাই আহিছিল।

কিন্তু নিজকে জহাই নানা ৰকম ব'ম মাৰিবলৈ 'ব'ম মাৰা বাণো' আৰু এই পৃথিৱীত নাই। ওহোঁ, বাণো তথাপি জীয়াই আছে, এতিয়াও জীয়াই আছে--পুৰণি ফ্ৰেমেৰে আবদ্ধ কথাখিনিৰ পিনে চাই অঞ্জলিয়ে স্তব্ধ হৈ ভাবিলে—বাণো জীয়াই আছে হৰেশ্বৰহঁতৰ মাজত আৰু বাণো জীয়াই আছে এই পুৰণি ফ্ৰেমে বন্দী কৰি ৰখা কথাবোৰৰ মাজত।

অঞ্জলি আৰু মাকে কোৱা এই ঘৰটোক ঘৰৰ মানুহবোৰে যাদুঘৰ বুলি কয়, আধুনিকতাৰ নিদৰ্শনেৰে অন্যান্য কোঠালী কেইটা ভৰি গ'লেও এই ঘৰটোতে একমাত্ৰ ঠাই খাই আছে সকলো পুৰণি বস্তু-পুৰণি পালেং, পুৰণি আইনা, পুৰণি আলমাৰি, পুৰণি বাকচ আৰু পুৰণি আলনা। এনেকি বেৰত আঁৰি থোৱা ফটোবোৰো আওপুৰণি, অঞ্জলিৰ মাক আৰু দেউতাকে বিয়াৰ পাছত ষ্টুডিঅ'ত তোলা এখন ফটো—তেওঁলোকৰ পিছফালৰ ষ্টুডিঅ'ৰ পৰ্দাখন সময়ে উৰুলি পেলাইছে, উৰুলি পেলাইছে অঞ্জলিৰ মাকৰ খিহাৰ ফুল, বাপেকৰ

গোঁফৰ এটা ফাল—তথাপিও সেই ফটোখনে এতিয়াও দেৱালৰ শোভা বৰ্দ্ধন কৰি আছে, আনে হওক নহওক অঞ্জলিয়েই সেই ফটোখন দেৱালৰ পৰা আঁতৰাব নিদিয়ে। এইখনৰ উপৰিও আছে সিহঁত বাই-ভনী, ককাই-ভাইহঁত সবু হৈ থাকোঁতেই সিহঁতক মাজত লৈ মাক-দেউতাকে তোলা পৰিয়ালৰ এখন গ্ৰুপ ফটো ; আৰু এখন ফটো—অঞ্জলিহঁত কেবাটাও ল'ৰা-ছোৱালীৰ সৰু কালৰ গাই গুটীয়া ছবি একেলগে সজাই সেই একেখন ফটোতে বন্ধাই থোৱা আছে। বেৰত ওলমি থকা আন এখন ফটো কিন্তু ইমান প্ৰাচীন নহয়, সেইখন হ'ল অঞ্জলিৰ বায়েক দীপালী আৰু ভিনিহীয়েক দীনেশ ডেকাৰ যুগ্ম ফটো—ঠিক বিয়াৰ পাছতে তোলা।

আৰু সেই ফটোখনৰ ওচৰতে পূৰ্বাণ সস্তীয়া ফ্ৰেমত বন্ধাই থোৱা যিখন প্ৰীতি-উপহাৰ ওলমি আছে, এতিয়া অঞ্জলি স্তব্ধ হৈ থিয় হৈ আছে সেইখন প্ৰীতি-উপহাৰৰ সন্মুখতে!

প্ৰীতি-উপহাৰৰ দিন বোধহয় কেতিয়াবাই উকলি গ'ল, বোধহয় এই বেৰত ওলমি থকা প্ৰীতি-উপহাৰখনেই এটা যুগৰ এটা বিশেষ ঐতিহ্য বহন কৰাৰ নিদৰ্শনকাৰী শেষে প্ৰীতি-উপহাৰ।

দীপালীৰ বিয়াত বাণোৱে এই প্ৰীতিউপহাৰখন নিজে লিখি প্ৰেছত ছপাই আৰু ফটোৰ দোকানত ফ্ৰেমেৰে বন্ধাই আনি দীপালীক উপহাৰ দিছিল। আজি দীপালীৰ বাবে এই উপহাৰৰ কোনো মূল্য নাই, বৰং তাই সেইখন দেখিলে বৰ লাজ পায়। কিন্তু মাকহঁতে শোৱনী কোঠালীত আঁৰি থোৱা প্ৰীতি-উপহাৰখন নমাই থবলৈও দীপালীৰ মত যোৱা নাছিল বা কথাটোত তাই সিমান গুৰুত্বও দিয়া নাছিল।

অঞ্জলি স্তব্ধ হৈ ৰৈ আছিল, তাইৰ চকুযুৰিও স্তব্ধ হৈ ৰৈ আছিল ফ্ৰেমৰ মাজত বন্দী হৈ থকা ধূসৰ ৰঙৰ আখৰ কেইটাৰ ওপৰত ঃ

—শ্ৰীমতী দিপালী কলিতাৰ শুভ-পৰিণয়ত—

০ প্ৰীতি-উপহাৰ ০

১

নিকুঞ্জ বনৰ মাজে মিলনৰ সুৰ বাজে
দিপালীৰ কোমল প্ৰাণত।
বিলৰ পদুম পাহি মাৰে যে মিলন হাঁহি
দীনেশৰ চুমা পৰশত ॥



২

দুয়োৰো কোমল প্ৰাণে মিলনৰ বাণে হানে
প্ৰকৃতিৰ নীতি অনুসাৰে।
কিন্তু দুয়ো বহুদিন হৈ আছিল সংগীহীন
হিয়াভৰা দুখ-বেদনাৰে ॥

৩

সেইবাবে আজিয়েই আশাভৰা হিয়া সেই
প্ৰণয় ( প্ৰণয়ী ) বিচাৰি জীৱনৰ।
চেনেহৰ জন্মভূমি আঁতৰত থৈ তুমি
পালাগৈ বহুখিনি দূৰ ॥

৪

ভকতিৰে লোৱা সেৱি জীৱনৰ সংগী বুলি
সাক্ষী থৈ অগ্নিক আগত।
সুৰহীন বীণখনি হ'ক আজি প্ৰতিধ্বনি
মিলনৰ মাধুৰী তানত ॥

৫

শুভ মিলনত হায় নাপালোঁ বিচাৰি মই
নাই একো এই অভাগাৰ।
ক্ষুদ্ৰ কবিতাৰে মই প্ৰাণৰ দুৱাৰ খুলি
দিলোঁ এই প্ৰীতি-উপহাৰ ॥

ইতি—
শ্ৰীবাণেশ্বৰ তালুকদাৰ
গুৱাহাটী

এদিন বাণোৰ এই প্ৰীতি-উপহাৰখনেও অঞ্জলিক কম ৰসৰ খোৰাক যোগোৱা নাছিল, প্ৰথম অৱস্থাত পঢ়ি তো তাই বাণোৰ কবি-প্ৰতিভাৰ নিদৰ্শন দেখি হাঁহিয়ে তৎ পোৱা নাছিল।

আৰু আজি বহুত দিনৰ মূৰত এফালৰ পৰা ভালকৈ সেই প্ৰীতি-উপহাৰখন পঢ়ি যোৱা অঞ্জলিৰ দুই গালেদি দুটোপাল চকুলো বাগৰি আহিল।

॥১৬॥

জীয়েকক মালিকৰ ঘৰত থৈ আহিবৰ সময়ত বিভা আৰু শাহুৱেকে পটেশ্বৰীক দঢ়াই দঢ়াই কৈ পঠিয়াইছিল যে তাই যেন বহুত দিনলৈকে সেইফালে মুকে নকৰে, কাৰণ মাকক দেখিলে সাবিত্ৰীৰ তাত মন নবহিব, মাকৰ লগত ঘৰলৈ গুচি যাবৰ ইচ্ছা হ'ব, গতিকে জীয়েকক বিতত কৰিবলৈ মাক যেন সহজে গুৱাহাটীলৈ নাহে। সাবিত্ৰীৰ বাবে চিন্তা কৰিবৰ একো নাই, মাকৰ লগত থকাতকৈ বহুত সুখত থাকিব তাই।

কিন্তু সেইবুলিনো পেটেই কিমান ধৈৰ্য ধৰি থাকে? সৰু ছোৱালী-জনীক জীৱনত প্ৰথম বাৰৰ বাবে এনেকৈ এৰি থাকিবলগীয়া হৈছে, তাই বা লোকৰ ঘৰত মাকক এৰি কেনেকৈ আছে। জীয়েকক এৰি থৈ অহাৰ প্ৰথম কেইৰাতি পেটৰ ভালকৈ টোপনিয়ে নাহিল, মাজে মাজে তাইৰ তেলচিকটা ফটা গাৰু চকুৰ পানীৰেও তিতা হ'ল। নবীনক তেজপুৰলৈ পঠাওঁতেও প্ৰায় এনে অৱস্থাই হৈছিল, কিন্তু তথাপি তেতিয়া তাইৰ এই সান্ত্বনা আছিল যে সি মোমায়েক-মামীয়েকৰ ওচৰলৈ গৈছে, আৰু তাৰ সমস্ত ভৱিষ্যৎ নিৰ্ভৰ কৰিছে তেনেকৈ যোৱাটোৰ ওপৰত। কিন্তু সাবিত্ৰীৰ ক্ষেত্ৰত সেইবোৰ এটাৰো সান্ত্বনা নাই।

শেষত পটেশ্বৰীয়ে আৰু ধৈৰ্য ধৰিব নোৱাৰিলে। জীয়েকক থৈ অহাৰ দহ দিনৰ মূৰত তাই আকৌ গুৱাহাটীগামী বাছত উঠিল। এইবাৰো তাই এগাল ঢেকীয়া তুলি ল'লে; মালিকনীয়ে তাইক বহুত দিনৰ আগতে কলৰ খাৰৰ কথা কৈ থৈছিল, কিন্তু তাইনো ক'ৰ ক'ল গছ কাটি শুকুৱাই কলৰ খাৰ কৰে—গতিকে মালিকনীৰ সেই কথা অতদিনে ৰাখিব পৰা নাছিল। কিন্তু এইবাৰ তাই নীলকণ্ঠহঁতৰ ঘৰৰ পৰা খুজি আনি এটোপোলা কলৰ খাৰো ল'লে। মালিকনীহঁতৰ আদেশ লংঘন কৰাৰ অপৰাধৰ যিমানখিনি পৰা যায় লাঘৱ কৰাৰ ইয়ো এটা চেষ্টা।

বাছত পটেশ্বৰীয়ে বাকলুক লগ পালে। লগ পাই তাইৰ ভাল লাগিল—একে গাঁৱৰ চিনাকি মানুহ এজন অতদূৰ বাটৰ সংগী হিচাপে পালে ভাল লাগিবৰে কথা।



পিছে বাকলুক পটেশ্বৰীয়ে যেন প্ৰথমতে চিনিবই পৰা নাছিল, হাড় ছাল লাগি তাৰ আৰু অৱস্থাই নাছিল। বুঢ়া হৈছে হয়, কিন্তু যিমান বুঢ়া লাগিছে মানুহজনতো আচলতে সিমান বুঢ়া হোৱা নাই।

পাছত বাকলুৱে পটেশ্বৰীক তেওঁৰ দুখৰ কথা ক'লে। ৰমেশ ছেৰাউগী মহাজন এই গাঁৱৰ বহুতৰো দুখৰ কাৰণ হ'ল (পটেশ্বৰীয়ে ইংগিতটো বুজিও নিস্পৃহ মুখভংগী কৰি বাকলুৰ কথা শুনি থাকিল) তাৰ কাৰণেই সি নিশ্চিত আয়ৰ দোকান এখন বন্ধ কৰি দি অনিশ্চিত আয়ৰ পথ বিচাৰি চহৰলৈ যাব লগা হ'ল। চহৰত কাম্‌লাৰ আৰু আগৰদৰে আয় নহয়, এতিয়া মানুহৰ ঘৰত বাঁহৰ বেৰ প্ৰায় নাই বুলিলেই হয়, আসাম টাইপ ঘৰো এতিয়া মানুহে নবনায়, পকী দালান বনায় আৰু ফলত বিহাৰী ৰাজমিস্ত্ৰী আৰু সিহঁতৰ যোগালীবোৰৰহে কপাল মুকলি হৈছে। কিন্তু মৰণ হৈছে আমাৰ কাম্‌লাবোৰৰ। বাকলুৱেও হেনো তেতিয়াৰে পৰা আজিলৈকে কলচপ্‌ কলচপ্‌কৈ কোনোমতে চলি আছিল। তাৰ বিপদ হ'ল যে তাৰ ছোৱালী কেইজনী ডাঙৰ, ল'ৰা কেইটা সৰু। ভগবানে দিছেও এপাল ল'ৰা-ছোৱালী। চৰকাৰে সেইবোৰ কিবা ফেমেলি পেলেনিঙৰ কথা উলিয়াইছে হয়, কিন্তু সিহঁতৰ কাৰণে আৰু সময় নাই, যি হ'বৰ আগতেই হৈ গ'ল। পিছে আগতে হোৱা হ'লেও জানো তাৰ ঘৰৰ মানুহজনীক সি ঘৰৰপৰা উলিয়াই সেই হাস্পাটাল নে কেন্দ্ৰ সেইবোৰলৈ লৈ যাব পাৰিলেহেঁতেন? যিহে লাজ তিৰোতা-জনীৰ, লাগে এগোহালি ল'ৰা-ছোৱালীকে জন্ম দিব, সিহঁতক পাছত অনাহাৰেই ৰাখিব, তথাপি সেইবোৰ ক'লৈকো নগ'লহেঁতেন।

এতিয়া বাকলুৰ ল'ৰা দুটা ডাঙৰ হৈছে (এটা ল'ৰা, এজনী ছোৱালী ঢুকাল পটেশ্বৰী চহৰত থাকোঁতেই), কিন্তু ডাঙৰটো চহৰৰ হাৱা লাগি একেবাৰে বাবু হৈ গ'ল। বাকলুৱে তাক চহৰৰ বহাত লগত ৰাখি পঢ়ুৱাবৰ চেষ্টা কৰিছিল, কিন্তু সি পঢ়াশুনা তো কৰিব নোৱাৰিলেই, মাজতে চহৰৰ হাৱা লাগি নষ্ট হ'ল,—বাবুৱে শিকাৰ ভিতৰত কেৱল ফেছন শিকিছে। এতিয়া সি ছিনেমা হল এটাৰ গেট কিপাৰৰ চাকৰি এটা পাইছে, কিন্তু পইচাবোৰ কি কৰে সিহে জানে, সুধিলে জকজকাই উঠে, বোলে বুঢ়াৰ টকাৰ বৰ খক, মৰিবলৈ আৰু কেইদিন আছে ঠিক নাই—তথাপি টকাৰ খক নুগুচিল। তোৰ লগততো বিনা পয়ছাই থাকা নাই, খাই-খৰচা দি আছোঁ। বাকলুৱে হুমুনিয়াহ এৰি ক'লে—খাই-খৰচা মানে কুৰিটা টকা দিয়ে—তাৰেনো আজিৰ দিনত কি হয় বুলি ক'লে সি মোক মাৰিবলৈহে বাকী ৰাখে,

অসভ্য গালি দি কয় বোলে—বুঢ়া তই মোক কি ৰাজভোগটো খুৱাই ৰাখিছ যে তোক একুৰিতকৈও বেছি টকা লাগে ?

পটেশ্বৰীয়ে তেতিয়া অলপ নীৰৱ আৰু অন্যমনস্ক হৈ পৰা বাকলুক সহানুভূতিৰে কৈছিল, "বাকলু কাকা, ভগৱানে আমাক দৰিদ্ৰোগিলাখানোক সদায় দুখোৰ উপৰোত দুখেই জাপি থাকে, নিজৰ কপালোক দুষি থকাৰ বাহিৰে আৰু কি কৰ্‌বা কৰা ? পিছে তোমাৰ দ্বিতীয় ছ'লটোই কি কৰিছ ? পঢ়ি আছে নেকি ?"

বাকলুৱে এটা তিতা হাঁহি মাৰিছিল, "তই ভাল কথা কৈছাহু দে পটে, আগোতে কিক্ক দেখি মই ভুতোৰ নাম লম না ? পাঠশালাত সি দুটা শ্ৰেণীক গৈলি পঢ়্‌ছিল, কিন্তু তাৰ বাবু দাইদাকোৰ ৰকম দেখিয়ে মই তাক স্কুলোৰ পৰা এৰে ৰূপকুছিৰ কালকান্তা বামুণোৰ ঘৰোত বন্ধা থৈছোঁ, নহলি ইমান গিলা মানুহে খায় ক'ৰপাৰা ? পিছে ছ'লটোৰ বৰ কষ্টো হছি, ব'দোত হালবাই, গৰু গাই চৰে তাৰ শৰীৰোৰ অৱস্থা নহৰা হৈছি। মাজোতেতো একবাৰ তেজ-হাগেনী হৈ মৰ্‌বাই ওলছিল। কি সি কৰোঁ—আকোবাৰ ভাবো বোলে চহৰোৰ কোন্‌বা বাবুৰ ঘৰোতে ৰাখো। কিন্তু চহৰোৰ হাৱা বৰ সাংঘাতিক, সেই কাৰণে ভয়ো লাগে। পিছে তোৰ ছ'ল দুটাৰ খবৰ কি ? দুয়োকো তো দুই ঠাইত থৈছাহু ?"

এইবাৰ পটেশ্বৰীয়ে তাইৰ দুখৰ কাহিনী বৰ্ণালে। তাৰ পাছত দুই সম-দুখী প্ৰাণী এসময়ত গুৱাহাটী চহৰ পালেগৈ।

মালিকনীৰ ঘৰত পটেশ্বৰীয়ে কোনোদিনেই সাংঘাতিক একো অভ্যৰ্থনা নেপায়, কিন্তু এইবাৰৰ দৰে এনে কেটেৰা-জেঙেৰা ভৰা আহ্বানো তাই আগতে আৰু কেতিয়াও পোৱা নাছিল। সিদিনা তাই বেছ সোনকালেই গৈ গুৱাহাটী পাইছিল গৈ। সেই সময়ত মালিকৰ ঘৰৰ পিছফালৰ বাৰাণ্ডাত কেঁচুৱা কোলাত লৈ অদূৰত কেঁচুৱাৰ কাপোৰ মেলি থকা সাবিত্ৰীক বিভাই কিবা কিবি নিৰ্দেশ দি আছিল। পটেশ্বৰীক দেখাৰ লগে লগে বিভাৰ মুখ ক'লা পৰি গ'ল আৰু সাবিত্ৰীক দি থকা নিৰ্দেশ বন্ধ কৰি তাই কৰ্কশ মাতেৰে কৈ উঠিল, "ছোৱালীক থৈ যোৱাৰ দুদিন পাছতে তোমাৰ আহিবৰ হ'লেই নহয় ? তোমালোকৰ কাৰণে আমি এনেয়ে দুখ কৰি মৰোঁ, আচলতে তোমালোকৰ দৰে মানুহৰ উপাৰ্জন বহুতো, নহ'লে দুদিনৰ মূৰে মূৰে পয়ছা ভাঙি কেনেকৈ বাছত আহি থাকিব পাৰা ? মই আৰু মায়ে ইমানকৈ কৈ পঠালোঁ বোলে কিছুদিনলৈ নাহিবা, ছোৱালীজনীক মন বহুৱাবৰ সময় দিবা—নাই, কোনো কথা নামানি দৌৰ মাৰি আহিলা !....ঐ সাবিত্ৰী, হাতৰ কাম আধা কৰা কৰি



কিয় দৌৰ মাৰি মাৰৰ ওচৰলৈ আহিলি ? আদৰ দেখুৱালৈ অহা মাকৰ ওচৰলৈ আদৰ ছেলাব আহিছে চোৱা ! যা, আগে কাপোৰখিনি মেলি দি আহ, ডাৱৰীয়া বতৰ, বৰষুণ দিলে কাপোৰবোৰ নুশুকাব।"

ইতিমধ্যে সাবিত্ৰী মাকৰ ওচৰলৈ আহি চকুপানী মচিব ধৰিছিল, মাকৰো দুগাল বাগৰি সৰসৰকৈ চকুপানীৰ ঢল নামিছিল, তাই জীয়েকৰ মূৰটোত হাত ফুৰাই মৰম কৰিব আৰম্ভ কৰোঁতেই বিভাই দিয়া নিৰ্দেশটো শুনি ক'লে, "যা মাই, আগে কাপোৰখিনি শেষ কৰি মেলি দি আহ।" তাৰ পাছত পটেশ্বৰীয়ে নিজে নিজেই বাৰাণ্ডাৰ এচুকত বহি পৰি এটা অপৰাধৰ হাঁহি মাৰি ক'লে, "খং কল্লিও কৰোক আইদেউ, আপীটোক এয়ে প্ৰথম লোকৰ ঘৰোত থৈছোঁ—বুকুখান হমহমে আছে, শেষোত ৰবা নাৰিহি আইছুছো—ইবাৰোৰ পাৰা আৰু এনেকে নাহো···পিছে আই ক'ত গেল, দেখা পৰা নাই দেখোন ?"

কিন্তু পটেশ্বৰীৰ কথা শেষ হওঁতে-নহওঁতেই মালিকনী ভিতৰৰপৰা ওলাই আহিছিল, বোৱাৰীয়েকৰ দৰে তেওঁৰ মুখ ক'লা পৰিছিল আৰু বোৱাৰীয়েকতকৈও কঠোৰভাৱে পটেক ধমক দিছিল। পটেই এইবাৰ একোনকৈ হাঁহি মুখে এপদ এপদকৈ তাই অনা বস্তুবোৰ উলিয়াই দিছিল আৰু সেইবোৰৰ লগতে অনা মধুৰিআম দুটা জীয়েকৰ পিনে আগবঢ়াই দি কৈছিল, "হোঁ, ধৰ, এই সফৰাম দুটা খা। নীলকণ্ঠোহাঁতোৰ গাছোৰ পাৰা কালিতে আনি থৈ দিছুলো।"

ইতিমধ্যে কাপোৰ মেলা শেষ কৰি সাবিত্ৰী আহি আকৌ মাকৰ ওচৰ চাপিছিল, তাইৰ তেতিয়া চকুপানী শুকাই গৈছিল আৰু এতিয়া মাকে দিয়া মধুৰিআম পৰম আগ্ৰহেৰে কামোৰাত লাগি গৈছিল।

মালিকনীয়ে ক'লে, "তইতো দুদিন জীয়েৰক নেদেখিয়েই দৌৰি আহিছ, আমি কিবা দুখ দিছোঁ বুলি বোধহয় তোৰ ভয় হৈছিল। পিছে জীয়েৰে কি পিন্ধিছে লক্ষ্য কৰিছ নে নাই ? এই দুদিনতে তাইৰ গাত কিমান মঙহ লাগিছে দেখিছনে নাই ?"

পটেশ্বৰীৰ এইবাৰহে জীয়েকৰ পিনে ভালকৈ চকু গ'ল, এৰা, তাই এটা নতুন চোলা পিন্ধি আছে, হাততো তাই দুডাল নতুন প্লাষ্টিকৰ বালা পিন্ধি আছে, কাণতো ফুল এযোৰ পিন্ধিছে। অৱশ্যে সাবিত্ৰী শকত হৈছে নে নাই সেইটো হ'লে পটেশ্বৰীয়ে বুজিব নোৱাৰিলে, দহ দিনতে বোধহয় কোনো মানুহ ধাৰিব পৰাকৈ শকত নহয়।

পটেশ্বৰীয়ে হাঁহিলে, "হয়দেকু আই, তাইক আপুনালোকে ভালকৈ খুৱে-ধুৱে সাজে ৰাখ্‌ছি।"

মালিকনীয়ে গৰ্বেৰে ক'লে, "তোৰ ছোৱালীৰ কপাল ভাল যে আমাৰ ঘৰত থাকিব পাইছে। আন মানুহৰ ঘৰত থকা আপীবোৰৰ অৱস্থা চাগৈ চোন, ভালকৈতো খাব লব নিদিয়েই, তাৰোপৰি কথাই কথাই মাৰধৰ কৰে। তোৰ ছোৱালীয়ে বহুত দিন বহুত দুষ্টামী কৰিছে, এদিন মিট্‌ছেফৰ পৰা বুটি উলিয়াই চুৰ কৰি খাবলৈ লওঁতে ধৰাও পৰিছে—আন মানুহে হ'লে মাৰি মাৰি আধামৰা কৰিলেহেঁতেন, মই কেৱল এটা চৰ মাৰি এৰি দিলোঁ। সেই চৰটোও নামাৰিলোহেঁতেন, কিন্তু শাস্তি নেপালে আকৌ প্ৰশ্ৰয় পাই যাব নহয়, আজি খোৱা বস্তু চুৰি কৰিছে কালি টকা চুৰি কৰিব, গহনা চুৰি কৰিব—সেইবাবেই চৰ এটা মাৰিছিলোঁ।"

মধুৰিআম চোবাই থকা সাবিত্ৰীয়ে একান্ত মনে মধুৰিআম খাই থাকি মালিকনীৰ কথাত সহজভাবে মাত লগাই উঠিল, "আপুনি মোক দুই গালোতে দুটা চৰ মাৰিছিল, পিঠিত দুটা ভুকুও দিছিল।"

মালিকনী এইবাৰ জক্‌জকাই উঠিছিল—"ওঁ চুৰুণী, তই চুৰ কৰিবি আৰু তোক মই মৰম কৰিম—নহয় ?"

পটেশ্বৰীয়ে মাত লগাই উঠিল, "মাৰ্‌ছি ভাল কৰ্‌ছি আই। এনাইকে চোৰ কল্লি, বজাতি কল্লি ভাল্‌কে মাৰ দিবো। তাই যি চোৰ কৰে—খাবাই পাৱা নাই না লবাই পাৱা নাই ? আপ্‌নালোকোকে নিজোৰ বুলি গতেইছোঁ, তাইৰ ভাল-বেয়াৰ মালিক ইতা আপ্‌নালোকেই। ঐ সাবি, ইবাৰোৰ পাৰা ভাল্‌কে চল্‌বি, নহলি মাৰি তোৰ পিঠিৰ ছাল ছিঙি দিবো।'

পটেশ্বৰীৰ কথাত মালিকনী সন্তুষ্ট হ'ল, পটেশ্বৰী অহাৰ কাৰণে উঠা উষ্মাখিনি তেওঁৰ অলপ শাঁত পৰিল আৰু এতিয়া বোৱাৰীয়েকক তাইক চাহ খুউৱাৰ নিৰ্দেশো দিলে।

ঘৰলৈ উভতিবৰ সময়ত কিন্তু সাবিত্ৰীয়ে মহা হুলস্থুল লগাব ধৰিলে, তাই কোনোমতেই আৰু নাথাকে, তাই মাকৰ লগত যাবই যাব, তাইৰ ইয়াত থাকি অলপো ভাল লগা নাই, তাইৰ কেৱল ঘৰলৈ মনত পৰি থাকে, দুপৰীয়ালৈ মনত পৰি থাকে, তাই কোনোপধ্যেই আৰু নাথাকে, তাৰোপৰি আইদেৱে তেওঁৰ মাহেকীয়াৰ লেতেৰা কাপোৰবোৰ তাইক ধুবলৈ দিয়ে, ভাইটিটোৰ গুৰ কাপোৰ তো ধুব লাগেই—ওহোঁ তাই কেতিয়াও নাথাকে, সাবিত্ৰীয়ে চিঞৰি কান্দিবলৈ ধৰিলে।

জীয়েকক এৰি যাবলৈ ওলোৱা পটেশ্বৰীয়ে থোকাথুকি মাতেৰে বিভাক ক'লে, "আইদেউ, সৰু আপী, তাইক সিগ্‌লাখান লেত্‌ৰা কাপোৰ ধোবা নেদ্‌বো, আপাৰ ছানাটোৰ গু-মুতোৰ কাপোৰ ধোক্ কোনো কথা নাই—সৰু ছলি, কিন্তু বাকী লেত্‌ৰা কাপোৰ ধোবা নেদ্‌বো।"

বিভাই মুখৰ ভিতৰতে ভোৰভোৰালে, "ক'ত বা লেতেৰা কাপোৰ ধুবলৈ দিওঁ, আমাৰ কাপোৰ তেনেকৈ লেতেৰা নহয়েই—এনে চফা মেমজনী ওলাইছে। কত মানুহৰ ঘৰত আৰু কিমান লেতেৰা কাপোৰ ধুব দিয়ে, বিছনা চাদৰ, পৰ্দা—কত ডাঙৰ ডাঙৰ কাপোৰ ধুব দিয়ে—আমিতো সেইবোৰ দিবৰে নাই—তথাপিও বদনাম।"

পটেশ্বৰীয়ে চকুলো মচি সাবিত্ৰীক ক'লে, "ইবাৰোক গেলি তই থাক্ মাই, আহাবাৰ আহি তোক মোক্‌লে লৈ যাম, ইতা তোৰ আগধন লৈ থৈছোঁ নহয়। এহ্‌নাই কিয় নিবা দিবো।"

কিন্তু সাবিত্ৰীয়ে আৰু ক'ৰ যুক্তি শুনে, তাই চিঞৰত গগন ফালিবলৈ ধৰিলে।

মালিকনীৰ আৰু সহ্য নহ'ল, সাবিত্ৰীৰ কান্দি থকা মুখতে ঠাচ্ কৰি চৰ এটা মাৰি ক'লে, "অশলাগী বস্তু, ঘৰত খাবলৈ নেপাই, পিন্ধিবলৈ নেপাই শুকায়ে মৰক—তথাপিও ঘৰখন স্বৰ্গ। ইয়াত ইমান আৰামত খুৱাই-বুৱাই ৰাখিছোঁ, লাইট থকা পকা ঘৰত থাকিবলৈ পাইছে, তথাপিও তাইৰ মন নবহে! বনৰীয়া বস্তু ক'ৰবাৰ, গাঁৱততো একো কাম-বন নাই, দিনটো টলৌ টলৌকৈ ঘুৰি ফুৰিব পায়, লোকৰ বাৰীয়ে বাৰীয়ে ফলমূল বুটলি খাবলৈ পায়, গতিকে আমাৰ ইয়াত দুখন কাম কৰিব লগা হোৱাত মৰাৰ দৰে হৈছে, মাকৰ তেজ শুহিবলৈ ঘৰলৈ যাব খোজে—অজ্ঞানী বস্তু ক'ৰবাৰ···মই সেইবাবেই যোৱাবাৰ দঢ়াই দঢ়াই মাকজনীক ক'লো, বোলো তই সোনকালে জীয়েৰক দেখা দিবলৈ নাহিবি—নাই, বেটীৰ কথা কাণলৈকে নগ'ল, দুদিন নেযাওঁতেই জীয়েকক দেখা দি উতলা কৰিবলৈ আহিল—"

পটেশ্বৰীয়ে চকুলো মচি বেগাবেগীকৈ গেটৰ পিনে খোজ দি ক'লে—"আই, আপনালোকে তাইক জোৰকৈ ধৰি ৰাখোক্, মই আৰু সহজে দেখা দিবাক্‌গেলি নাহোঁ। দুই মাহোৰ মুৰোত কেৱল টাকা কেইটা নিবাক গেলিহি আক্‌বাৰ আইহ্‌বা পাৰোঁ..."

পটেশ্বৰী গেটৰ বাহিৰ ওলাল। জীয়েকৰ চিঞৰে বহুত দূৰলৈকে তাইৰ বুকুত যেন হাতুৰীৰ প্ৰচণ্ড কোব মাৰি থাকিল।

॥১৭॥

অঞ্জলিৰ ককায়েক প্ৰণৱে খুবাকৰ ডাঙৰ ল'ৰা হৰেনৰ বিয়ালৈ অকলেই যাব লগা হ'ল। বিয়াখন উপিন বেপাৰীয়ে এনে সময়ত পাতিছে, যে বাকী আৰু কাৰো যোৱাৰ উপায় নাছিল। অঞ্জলিৰ প্ৰি. ইউৰ টেষ্ট দুদিন পাছতেই, গতিকে মাকো তাইক এৰি যাব নোৱাৰে, আকৌ ইফালে দেউতাকৰ পেন্সন পাবলৈ বেছি দিন নাই, গতিকে তেৰোঁ ইমান দূৰৈৰ পৰা ভতিজাকৰ বিয়ালৈ ছুটী লৈ আহিব নোৱাৰে। কিছুদিন পাছতে প্ৰিপাৰেটৰি লিভ্ লবৰে সময় আহিব।

বাধ্য হৈ প্ৰণৱ অকলেই গ'ল। তাৰ যাবলৈ অকণো মন নাছিল, কিন্তু কোনো উপায় নাই, একেবাৰে ঘৰৰ বিয়া, নগ'লে অতি বেয়া কথা হ'ব, গোটেই গাঁওখনেই গৰিহণা দিব। প্ৰণৱে অৱশ্যে গাঁৱৰ মানুহৰ গৰিহণালৈ গ্ৰাহ্য নকৰে, প্ৰকৃতপক্ষে সি গাঁৱৰ লগত প্ৰায় কোনো সম্পৰ্কই ৰখা নাই। কিন্তু মাক-দেউতাকহঁতেতো সম্পৰ্ক নেৰে, বৰং তাতে নিগাজীকৈ বসবাস কৰি তেওঁলোকে গাঁৱৰ লগত থকা ক্ষীণ সম্পৰ্কটো মজবুত কৰি তুলিবহে খুজিছে। যত অবান্তৰ বাজে কাৰবাৰ—এই কথাটো ভাবিলেই প্ৰণৱৰ খুব বিৰক্তি উপজি যায়। চিৰজীৱন চহৰত চাকৰি কৰি পাছত পেন্সন পাই চহৰত ঘৰ নেবান্ধি গাঁৱত ঘৰ বন্ধা কথাটোৰ নজীৰ বোধহয় ভূ-ভাৰতে নোলাব।

প্ৰণৱে গাঁৱলৈ আহি খুব বেয়া পায়। সৰুৰেপৰা জীৱনটো কিছুমান চহৰীয়া সুবিধাৰ নিয়মত বন্ধা হৈ গ'ল—গাঁৱলৈ আহি সেই সুবিধাবোৰৰ অভাৱত পদে পদে উজুটি খাবলগীয়াৰ দৰে হয়। কিন্তু এই সকলোবোৰ বাদ দিও প্ৰণৱ অতিষ্ঠ হৈ উঠে খুবাকহঁতৰ ঘৰৰ প্ৰত্যেকজন মানুহৰ মুখামুখি হৈ। খুবাকে লগ পোৱাৰ লগে লগে আৰম্ভ কৰি দিব ঘেনঘেনানি পেনপেনানি —ইমান অভাৱ তেওঁৰ, ইমান কষ্টত ইমান ল'ৰা-ছোৱালীৰে ঘৰ এখন চলাব লগা হৈছে, ডাঙৰ ল'ৰাটোৰতো একো নহ'লেই—দ্বিতীয়টো ভালে-বেয়াই কিবা এটা কামত সোমাই আছে হয়, কিন্তু অতি বজ্ৰাত আৰু কৰাইচ কৃপণ— তেওঁক পইচা পাতি একোকে দিব নোখোজে। তৃতীয়টোৰ চিন্তা কৰিবলৈ তেওঁ অৱশ্যে এৰিয়ে দিছে—মোমায়েকে তাক যি কৰে কৰিব—ডুবালেও ডুবাব



তাৰিলেও তাৰিব। কিন্তু চতুৰ্থটোৰ কথাও তেওঁ হ'লে গা-এৰা দিব নোৱাৰে প্ৰণৱহঁতেও গা এৰা দিব নোৱাৰিব, নিপেনে মেট্ৰিক পাছ কৰি উঠাৰ পাছতেই তেওঁ গৈ তাক চহৰত সিহঁতৰ হাতত গতাই থৈ আহিব। তাৰ পাছত তেওঁ খালাছ—নিপেনক ককায়েকহঁতে যি কৰে কৰিব—হাকিমেই কৰে নে উকিলেই কৰে নে ইঞ্জিনিয়াৰেই কৰে নে ডাক্তৰেই কৰে—সেই সকলোবোৰ সিহঁতৰ কথা।

এই কথাবোৰ শুনিলে প্ৰণৱ ভিতৰি ভিতৰি জ্বলি মৰে, কিন্তু বাহিৰত খুবাকক টানকৈ একো ক'বও নোৱাৰে। এতিয়া যে সি বিয়ালৈ যাব ওলাইছে, দৰাৰ বাপেকটো হৈও উপিন বেপাৰীয়ে তাক শান্তি দিবনে? আকৌ সেই কথাবোৰেৰে যে তাৰ কাণত বিষ ঢালিব তাত কোনো সন্দেহেই নাই।

প্ৰণৱৰ অসহ্য লাগে হৰেনকো, অদ্ভুত এটা বুৰ্বক. অনবৰত বুৰ্বকৰ দৰে হাঁহি থাকে—মুখতে ঘোচা এটা লগাই দিবৰহে মন যায়। তাৰ পাছত সেই ৰাজেনটো, সি যেন মাটিৰ মহৰী নহৈ মথাউৰি বন্ধা ইঞ্জিনিয়াৰটোহে— এনেকুৱা বৰ বৰ কথা তাৰ। তেনে বৰ বৰ কথা কোৱাৰ সময়ত তাৰ মুখ-খনো প্ৰণৱৰ এক ঘোচাতে ভাঙি দিবৰ মন যায়। আৰু লাষ্ট্ বাট নট্ লিষ্ট্—সেই নিপেনটো—যাক সিহঁতে হাকিম-ইঞ্জিনিয়াৰ-ডাক্তৰ কিবা এটা কৰি দিব লাগিব—তাক এই বুলিয়েই আটাইতকৈ অসহ্য লাগে যে সি বাপেকতকৈও এটা ডাঙৰ কুবেৰ হ'ব। এতিয়াৰপৰাই সি ঘৰখন যখৰ দৰে চম্ভালি থাকে, ঘৰৰ ক'ত কি আছে সকলো তাৰ নখদৰ্পণত—কোনোবাই কিবা ইফাল সিফাল কৰিলেই হেনো সি গম পায়। তাৰ এখন ফুলৰ বাগান আছে— অঞ্জুৱেহে ভালকৈ কয় যে সি বোলে অস্কাৰ ওৱাইল্ডৰ স্বাৰ্থপৰ দৈত্যটোৰ দৰেই সেই বাগানখন পহৰা দি থাকে—কোনোবাই সেই বাগানৰ ফুলত হাত দিলেই তাৰ ফালে হ'ল আৰু!

মুখ গোমোঠা কৰি ভায়েকৰ বিয়ালৈ যাবলৈ ওলোৱা ককায়েকলৈ চাই অঞ্জলিয়ে হাঁহিয়ে তৎ নেপায়, "দাদা, তই বিয়ালৈ নহয়, যেনিবা বধ্যভূমিলৈহে যাব ওলাইছ! একো নহয় যা, অপূৰ্ব ৰহৰ ডাইল আৰু ৰৰালী মাছৰ আঞ্জাৰ ভোজৰ ভাত পেটত পৰাৰ লগে লগেই তোৰ সকলো জ্বালা নাইকিয়া হৈ যাব! মোৰ পৰীক্ষাটোৱেহে আপদ লগালে, নহ'লে তোৰ লগে লগে ময়ো সেই ভোজ খাবলৈ ঢাপলি মেলিলোঁহেঁতেন!"

প্ৰণৱে উছৰ্গাৰ নাম কৰি লগত এশ টকা লৈ গ'ল। দেউতাকেও নিশ্চয় সিফালৰ পৰা মনি অৰ্ডাৰ কৰি কিবা পঠাব। টকাহে লাগে উপিন বেপাৰীক।

বিয়ালৈ প্ৰণৱ গৈছিল এজন মানুহ হৈ, কিন্তু উভতিল দুজন হৈ। তাৰ লগত অনা অকণমানি পাঁচ ছয় বছৰীয়া ছোৱালীজনীক দেখি সকলোৱে প্ৰণৱক নানা প্ৰশ্ন কৰিবলৈ ধৰিলে—ক'ৰ ছোৱালী, কি কথা, সি কিয় আনিছে—ইত্যাদি ইত্যাদি। তাৰ পাছত প্ৰণৱৰ মুখত অকণমানি ছোৱালীজনীৰ ইতিবৃত্ত শুনি ঘৰখনৰ সকলোবোৰ মানুহ অলপ পৰলৈ স্তব্ধ হৈ গৈছিল। ছোৱালীজনীৰ মুখখন ভাৱলেশহীন, তাই অকণ অকণ চকু দুটাৰে পিটপিটাই ইফালে সিফালে চাইছিল যদিও তাত কোনো কৌতূহল বা আন একো ভাৱেই ফুটি উঠা নাছিল! তাৰ পাছত অঞ্জলিৰ বৌৱেকে গিৰিয়েকক চাহ-টাহ যতনাই দিয়াৰ লগতে তাইকো যেতিয়া খাবলৈ দিছিল, তেতিয়াহে তাইৰ মুখত আগ্ৰহ ফুটি ওলাইছিল।

ছোৱালীজনী হ'ল ঢলকুছিৰে পেতাম অৰ্থাৎ পীতাম্বৰৰ প্ৰথমা কন্যা। পেতাম মানুহটো বৰ খোদ, তাৰ নিজৰ মাটি-বাৰী নাই, নিজৰ বা ওচৰৰ গাঁৱৰ আঢ্যৱন্ত মানুহৰ ঘৰতে কাম-বন কৰি সি পেটৰ ভাত মোকোলাইছিল। কিন্তু তেনেকৈ ভাত মুকলি হোৱা সহজ নাছিল এইকাৰণেই যে তাৰ কামত কোনো সন্তুষ্ট হ'ব নোৱাৰিছিল কাৰণে আন কাম কৰা মানুহ পালে কোনো গৃহস্থই তাক কামত নথটুৱাইছিল। ইতিমধ্যে সি ওচৰৰ গাঁও এখনৰ দুখীয়া বিধবা তিৰোতা এজনীৰ জীয়েক এজনীকো বিয়া কৰাইছিল। গাঁৱৰ মানুহে কোৱাকুই কৰিছিল যে পেতামৰ দৰে ছালছিগা ভিকহু এটাই যে মাইকী এজনী পালে—তাৰ কাৰণ হ'ল দুয়োৰে অৱস্থা একে—"তাইকো নাই নিবলৈ, তাকো নাই দিবলৈ"—গতিকে বিধাতাই এইদৰে দুয়োৰো যোৰা লগাই দিলে। কিন্তু কথাটোত পুৰাপুৰি সত্যতা নাছিল, কাৰণ পেতামৰ ঘৈণীয়েক প্ৰমীলাক তাইৰ গাঁৱৰে হৰকান্ত নামৰ চহকী মহাজন এজনে ধেমুনী হিচাপে চপাই ল'ব খুজিছিল, কিন্তু হৰকান্ত বয়সিয়াল মানুহ, ঘৈণীয়েক আছে আৰু পাঁচটা ল'ৰা-ছোৱালীও আছে—গতিকে দেখিবলৈ ধুনীয়া নহলেও বা অতি দৰিদ্ৰ হ'লেও গাভৰু প্ৰমীলাই হৰকান্তলৈ চাপিব খোজা নাছিল। কিন্তু হৰকান্তই হেনো লাঠিডালেৰে মাটিত জোৰেৰে কেইটামান কোব মাৰি কৈছিল, "পমিলাক মই যদি ধেমুনী আনুৱা নৰোঁ—মোৰ নাম হৰকান্ত মহাজনেই নহয়—।"

পিছে হৰকান্ত মহাজনে লাঠি ঠুকি থাকোঁতেই গ'ল—বিধাতাৰ যোৰা মানি প্ৰমীলা চাপিল পেতামলৈহে, কাৰণ হৰকান্তৰ সমান ধন নাথাকিলেও পেতামৰ যৌৱন আছে। কিন্তু বিয়াৰ কিছুদিনৰ পাছৰপৰা বোধহ'ল প্ৰমীলাৰ অনুতাপ হ'বলৈ আৰম্ভ কৰিছিল। যিহওক তাই ক্ৰমে পদ্মা আৰু জোন নামে দুটা ল'ৰা-ছোৱালীৰ মাক হ'ল। জোনৰ জন্মৰ পাছত প্ৰমীলা প্ৰায়ে লঘোনে



থাকিবলগীয়া হৈছিল, অথচ তিৰোতামানুহৰ সেই সময়তে ভোকটো হয় আটাইতকৈ বেছি। পিছে প্ৰমীলাই সেই লঘোন দীঘলীয়া হ'বলৈ নিদিলে, কোলাৰ কেঁচুৱাটো লৈ হৰকান্তৰে ধেমুনী হৈ তাৰ ঘৰ সোমালগৈ।

হৰকান্ত মহাজনে আকৌ লাঠি ঠুকি ঠুকি কৈ ফুৰিবলৈ ধৰিলে, "মোৰ কথা ৰজিল না নৰজিল সকলোৱে দেখ্‌লি নহয়? তাইৰ প্ৰথমে ডেকা তেজোৰ পিৰ্‌পিৰেণি উঠ্‌ছিল—পিছে কি হল? শেষোত সেই মোৰেই ধেমুনী হৈ আইহ্‌বা লাগা হল!"

যিহওক—তিনি বছৰীয়া পদ্মাক বাপেকৰ লগত এৰি থৈ মাক পলাল পেটৰ জ্বালাত। পদ্মাই ওচৰৰ মানুহ ঘৰৰ ল'ৰা-ছোৱালীবোৰৰ লগতে উমলি-জামলি থাকি, বাপেকে খুৱালে খাই-আৰু নুখুৱালে নেখাই থাকি পাঁচ বছৰীয়া হ'ল। তাৰ পাছত এদিন তাইক এৰি থৈ বাপেকো নিৰুদ্দেশ হ'ল। পেতামৰ ওচৰৰ মানুহঘৰৰ নিজৰে আঠটা ল'ৰা-ছোৱালী, অৱস্থাও ভাল নয়—আৰু এটা গলগ্ৰহ কেনেকৈ চপাই লয়? আৰু নলৈওবা কৰে কি—'আপীৰ ছানাটোক' পাগলাদিয়াত ভহাই দিলেহে হ'ব? গাঁৱৰ আন মানুহেও ৰাখিবলৈ ৰাজী নহ'ল, কি হ'ব অকল মুখ থকা বয়সৰ ছোৱালী এজনীক ৰাখি? কাম কৰা হাত দুখন হ'বলৈ এতিয়াও বাকী থকা ছোৱালী এজনীক পেট পুহি ৰাখিবলৈ কাৰো গৰজ পৰা নাই। গতিকে পদ্মা সেই মানুহঘৰতে কিবাকৈ এটেপা খাই ছয় বছৰীয়া হ'ল। ইতিমধ্যে হৰেনৰ বিয়াৰ বন্দবস্ত হ'ল আৰু ভায়েকৰ বিয়ালৈ অহা প্ৰণৱক পদ্মাৰ আশ্ৰয়দাতাই আহি খাটনি ধৰিলেহি যে তেওঁ পদ্মাক চহৰলৈ লৈ যাব লাগে—তেওঁ আৰু কেনোপধ্যেই লোকৰ ছোৱালীজনীক পোহপাল দিব নোৱৰা হৈছে। চহৰত হেনো নানা অনাথ আশ্ৰম আছে, প্ৰণৱহঁতে যত্ন কৰি তাইক তাতে থৈ দিব পাৰিব, আৰু নহ'লেবা নিজৰ ঘৰতো ৰাখি থৈ দিব পাৰে। দেখাত সৰু ছোৱালী হ'লে কি হ'ব—তাই বাচন ধুব পাৰে, কাঁথি-চোতাল সাৰিব-মচিব পাৰে। প্ৰণৱহঁতে বিনা পইচাৰ চাকৰণী এজনী পাই যাব।

পদ্মাৰ ইতিহাসে অঞ্জলিৰ বৌৱেকৰ হিয়াখনো অলপ গলালে। তেওঁ আনি তাইক আৰু খোৱা বস্তু দিব খুজিছিল, কিন্তু অঞ্জলিয়ে হাক দিলে—"বেছিকৈ নুখুৱাবা বৌ, তাই সহ্য কৰিব নোৱাৰি পেট-বেমাৰ হৈ মৰি থাকিব।"

"কিন্তু অঞ্জু, তাই কেনেকৈ থালখন চেলেকিব ধৰিছে দেখা নাই? আৰু তাইৰ পেটটো কিমান ডাঙৰ দেখিছানে? সেইটো পেটক নিশ্চয় বহুত খোৱা বস্তু লাগে।"

অঞ্জলিয়ে হাঁহিলে, "খাবলৈ নোপোৱা ল'ৰা-ছোৱালীবোৰৰ বৰ পেটবোৰৰ ৰহস্য নাজানা বৌ ? মই কিন্তু জানো সেইবোৰ খাবলৈ নোপোৱাৰ চিন—" অঞ্জলি এখন্তেক বৈছিল আৰু গভীৰ মনোনিবেশ সহকাৰে পদ্মালৈ কিছু সময় চাই থাকি আকৌ হাঁহি দিছিল, "অ' এতিয়া মনত পৰিছে ! জানা বৌ, মই পদ্মাক দেখাৰে পৰা ভাবি আছোঁ যে এইক মই আগতে ক'ৰবাত দেখিছোঁ—কিন্তু ক'তযে দেখিছোঁ অতপৰে ভাবি ভাবি পাৰ পোৱা নাছিলোঁ, এতিয়া হঠাৎ বিজুলীৰ দৰে চাঁতকৈ মনত পৰি গ'ল। মোৰ এজনী বৰ আচৰিত বন্ধু আছে—কলেজত তাইৰ লগত চিনাকী হৈছোঁ। সিহঁতৰ ঘৰৰ খোৱা মেজৰ ওচৰৰ বেৰখনতে ঠিক পদ্মাৰ দৰে ছোৱালী এজনীৰ ছবি এখন লগাই থোৱা আছে ! ছোৱালীজনী হ'ল কেইবছৰ মান আগতে আফ্ৰিকাৰ বায়াফ্ৰাত খাবলৈ নেপাই মৰা আৰু অপুষ্টিত ভোগা অগণন ল'ৰা-ছোৱালীৰে এজনী ! কোনোবা বিদেশী আলোচনীৰ পৰা সেই ছবিখন কাটি আনি মোৰ বন্ধুজনীয়ে বেৰত আঠাৰে লগাই থৈছে। ঠিক, ঠিক, পদ্মা যে সাইলাখ সেই ছোৱালীজনীৰ দৰেই, সেই বৰপেট, কাঠিৰ দৰে চিঁয়া চিঁয়া হাত-ভৰি আৰু মুখত এক অদ্ভুত নিস্পৃহ বোবা চাৱনি—আচলতে পৃথিৱীৰ সকলো দুৰ্ভিক্ষ আৰু অপুষ্টিৰ বলি ল'ৰা-ছোৱালীৰেই বোধহয় চেহেৰা এনেকুৱা একেই হয়—আৰু লগতে মুখবোৰো বোধহয় এনেকুৱা একে ভাৱলেশহীন হয়। গতিকে বায়াফ্ৰাৰ ছোৱালীৰ ছবিৰ চেহেৰা আৰু ঢলকুছিৰ জীৱন্ত পদ্মাৰ চেহেৰাৰ মাজত কোনো প্ৰভেদ নাথাকে—"

অঞ্জলিৰ বৌৱেকে অস্বস্তিভৰা মাতেৰে ক'লে, "তুমি যেনেকুৱা অদ্ভুত, তোমাৰ বন্ধুও তেনেকুৱা অদ্ভুত দিয়া, অঞ্জু ! তাইনো খোৱা মেজৰ ওচৰত তেনে খাব নোপোৱা ছোৱালীৰ ছবি কিয় লগাই থৈছে ?"

অঞ্জলিয়ে আকৌ হাঁহিলে, "তাই অদ্ভুতেই নহয় নবৌ, তাই মবিডো ! ময়ো তাইক তুমি কোৱাৰ দৰেই কৈছিলোঁ। তেতিয়া তাই কৈছিল যে সিহঁতৰ বহুত ল'ৰাছোৱালী, আৰু সেই ল'ৰা-ছোৱালীবোৰে বোলে মাকক অনবৰত খোৱাৰ বাবে দিগদাৰ দি থাকে। গতিকে সেই ছবিখনে বোলে সিহঁতক অনবৰত শাসন কৰি ৰাখিব, ছবিখনৰ ছোৱালীজনীৰ নীৰৱ ভাষাই বোলে সিহঁতক বুজাই থাকিব—চোৱা, তোমালোকে দুবেলা দুমুঠি ভাত, পুৱা-আবেলি চাহ-জলপান খাবলৈ পোৱাৰ পাছতো আৰু খোৱাবস্তু লাগে বুলি বেচেৰী মাৰজনীক খাই মাৰিছা, কিন্তু মই যে পুৱা-গধূলি দুপৰীয়া-ৰাতি বাদেই, দিনৰ পাছত দিন একো নোখোৱাকৈ আছোঁ বা মোৰ দৰে আৰু হাজাৰ হাজাৰ ল'ৰা-ছোৱালীয়েও একেদৰে এনেকৈ নেখাই আছে।



গতিকে মোক চাই তোমালোকে নিজৰ জিভাবোৰ সংযত কৰিবলৈ শিকাচোন ! ...অ' বৌ, মোৰ বন্ধুৰ অৰিজিনেলিটি দেখিছা ?"

অঞ্জলিৰ বৌৱেকে দুৰ্বলভাৱে উশাহ এটা লৈ ক'লে, "যাও, ভাতৰ যা-যোগাৰত লাগোঁগৈ। তোমাৰ কথা বেছিপৰ শুনি থাকিলে মই আৰু সুস্থ মগজৰ তিৰোতা হৈ থাকিব নোৱাৰিম।"

অঞ্জলিয়ে ঢেকঢেকাই হাঁহি ক'লে, "ৰ'বা বৌ, তোমাক পাগল কৰাৰ আৰু এটা ড'জ.দি দিওঁ। এসময়ত হেনো বিলাসী ৰোম সম্ৰাটসকলে তেওঁলোকৰ অতি আড়ম্বৰপূৰ্ণ আৰু নানা সুখাদ্য আৰু পানীয়ৰে ভৰা ভোজন গৃহবোৰত মজাকৈ দৰবি পিটি খাই থকাৰ সময়ত গাৰ কাষেৰে মৰাশ একোটা চাঙিত তুলি লৈ যাবলৈ আদেশ দি থৈছিল ! তাৰ কাৰণ হ'ল এয়ে যে সেই মৰাশবোৰে তেওঁলোকক জীৱনৰ অনিত্যতা সম্পৰ্কে সঁকীয়াই দিব আৰু তেতিয়া তেওঁলোকে সেই ভোগ-বিলাসেই সকলো নহয় বুলি সঁকীয়নি পাই তাতে মজি নেথাকি জীৱনৰ আন গভীৰ আৰু মহৎ কাম কৰিবলৈ প্ৰেৰণা পাব, সেই সেই ভোজ-গৃহবোৰ এৰি অহাৰ উদগনি পাব।"

এইবাৰ অঞ্জলিৰ মাকে ডাবিয়াই উঠিল, "এই ছোৱালীজনীৰ কলেজত পঢ়িবলৈ পাই মুখখন লাওপাত কচুপাত হোৱাদি হ'ল, সুবিধা পালেই যে কিসোপা বলাকি নেথাকে ! ঐ অঞ্জু, তই উঠ ইয়াৰপৰা, এইক যে ককায়েৰে আনিলে, তাই কি পিন্ধিব নিপিন্ধিব, তাকেই অলপ চাই মেলি দেগৈচোন। ৰীণাৰ পুৰণি গোলা-টোলা থাকিব পায়, এতিয়া তাৰেই এটা বিচাৰি দে।"

অঞ্জলি হাঁহি হাঁহি আঁতৰি গ'ল ! তাইৰ আচলতে বৌৱেকহঁতৰ দৰে হেঁপি গ' লাকি ধৰণৰ মানুহবোৰক মাজে মাজে জোকাৰণি দি বৰ ভাল লাগে—নিজক আৰু নিজৰ সংসাৰখনকে লৈ আপোন সুখ-দুখতে বিভোৰ হৈ থকা, তাৰ বাহিৰে জগতৰ কাৰো কথাকে এক মুহূৰ্তৰ বাবেও ভাবিব নোৱাৰা এনে ধৰণৰ মানুহৰ মনত এইখিনি অস্বস্তিৰ অনুভূতি জগাই তুলিও এক ধৰণৰ তৃপ্তি পোৱা যায়।

অঞ্জলিৰ ককায়েকে গা-পা ধুই মাকৰ ওচৰত বহিলহি। তেওঁ অতপৰে পদ্মাৰ কাহিনীহে ক'লে, বিয়াখনৰ কথা, গাঁওখনৰ কথা একোকে তো ক'ব পৰা নাই।

অঞ্জলিয়ে পদ্মাৰ কাপোৰ-কানি ঠিকঠাক কৰি দি তাইৰ লগত দুই-এষাৰ কথা পতাৰ বৃথা চেষ্টা কৰি পঢ়িবৰে চেষ্টা কৰিছিল, কিন্তু সেই চেষ্টাও ব্যৰ্থ হ'ল, কোনোপধ্যেই মনটো পঢ়া কিতাপত নবহে, সেই মন তেতিয়া উন্মুখ হৈ আছিল ককায়েকৰ কথা শুনিবলৈ। অৱশেষত তাই নিজৰ মনৰ লগত হোৱা

যুঁজত পৰাজয় মানি ধমকৈ পঢ়া কিতাপখন জপাই থৈ মাক আৰু ককায়েকৰ ওচৰত বহি ল'লে। মাকে ধমক দিও তাইক আঁতৰাব নোৱাৰিলে, তায়ো ওলোটাই ধমক দি ক'লে যে তাই আৰু সৰু ছোৱালী হৈ থকা নাই, নিজৰ পঢ়াৰ দায়িত্ব ল'বলৈ যথেষ্ট ডাঙৰ হৈছে।

অঞ্জলিক শ্ৰোতা পাই প্ৰণৱে অৱশ্যে ভালেই পালে, অঞ্জলিক কথা কৈ সুখ আছে, তাই সমস্ত মন-প্ৰাণ ঢালি অতি নিবিষ্ট চিত্তে কথা শুনে, গতিকে এনে আগ্ৰহী শ্ৰোতা পালে বক্তাৰ বক্তব্যয়ো বেছি অনুপ্ৰেৰণা লাভ কৰে।

"অ'—সঁচাকৈয়ে আচৰিত মা, আমাৰ উপিন বেপাৰী খুৰাই যে এনে এটা ভোজ দিব, গঞ্জাই কল্পনাই কৰিব পৰা নাছিল—" প্ৰণৱে অলপ হাঁহিলে আৰু অঞ্জলিলৈ চাই ক'লে—"কিন্তু অঞ্জু, গঞ্জা আচৰিত হ'ব লগা বা কল্পনা নকৰিব লগীয়া ঘটনা কিন্তু ঘটা নাছিল। আমাৰ খুৰাই আগৰ দৰেই মোৰ ওচৰত বহি লৈ যি বিননি জুৰিলে তাৰপৰা বুজিলোঁ যে তেওঁৰ ইমান ধুমুধামকৈ বিয়া পতাৰ অৱস্থাও নাই ইচ্ছাও নাই—কিন্তু খোঁৰাখুলীয়া দ্বিতীয় পুতেকৰ ফুটনিৰ কাৰণে বোলে ইমানবোৰ টকা পানীত পেলাবলগীয়া হ'ল। যিহওক, বিয়াৰ কথা বাদ দে, যেনেকৈ হ'ব লাগে তেনেকৈ বিয়াখন হৈ গ'ল। কিন্তু বিয়ালৈ গৈ এইবাৰ মই যিবোৰ দেখিশুনি আহিলোঁ—তাকেহে ক'ব খুজিছোঁ। মা, তোমালোকৰ মোমায়েকৰ ঘৰ আৱাংমুৰত নাছিল জানো? তোমাৰ মা মানে মোৰ আইতাৰ লগত খুব সৰুতে এবাৰ তালৈ যোৱাও মোৰ ৰিণিকি ৰিণিকি মনত পৰে, তেতিয়াও সেই আইতাৰ ভায়েকৰ পুতেকৰ বিয়ালৈকে গৈছিলোঁ। মোৰ মনত পৰে যে ন-কইনা গৰাকীয়ে মোক কোলাত তুলি লৈ কিবা এবিধ গোন্ধতেলেৰে জবজবীয়াকৈ মোৰ মূৰত ঘঁহি দি মোৰ দুয়ো গালত খুব চুমা খাইছিল। সৰু হ'লেও মই তেতিয়া পাঁচ-ছয় বছৰীয়া ল'ৰা, মোৰ যে ইমান লাজ লাগিছিল, তোমাৰ সেই নতুন বোৱৰৰ গৰাকীৰ কোলাৰ পৰা নামিবলৈ বৰ ছটফট কৰিছিলোঁ। যিহওক—সদায় তোমাৰ পৰা শুনি আহিছিলোঁ যে আৱাংমুৰখন বৰ চহকী গাঁও, তাত ধান প্ৰচুৰ হয়, প্ৰত্যেক মানুহৰ বাৰীয়ে বাৰীয়ে নাৰিকল, তামোল-পাণ, কল, আম কাঁঠাল লিচুৰ গছেৰে ভৰি থাকে। কিন্তু সেই আৱাংমুৰ আৰু তাৰ ওচৰৰ অঞ্চলৰ গাঁওবোৰৰ কি দশা হৈছে শুনিবানে মা? আমাৰ খুৰাৰে বৰজীয়েকক সেই গাঁৱৰ খুব চহকী খেতিয়ক এঘৰলৈ বিয়া দিছিল নহয়? কিন্তু শুনিলে তোমালোকৰ অবিশ্বাস্য যেন লাগিব যে খুৰাৰ জোঁৱায়েক খুলশালীয়েকৰ বিয়ালৈ নাহিল একমাত্ৰ পিন্ধি আহিবলৈ উপযুক্ত কাপোৰ নাই বুলি! আৱাংমুৰৰ পৰাই অহা এজন মানুহে মোক মনে মনে কথাটো ক'লে। তেওঁ



ৰাজেনৰ বন্ধু, একেলগে পঢ়া, বন্ধুৰ খুব খাটনিত পাৰি সেই আৱাংমুৰৰ পৰাই বিয়া খাবলৈ আহিছে। তাৰ পাছত তেওঁ মোক বহুত কথাই ক'লে: "এই মথাউৰিবোৰ হোৱাৰ পৰা নলবাৰী অঞ্চলৰ কোনো কোনো ঠাইত ভাল হ'ব পাৰে, কিন্তু বহুত ঠাই ধ্বংস হৈ গ'ল। আৱাংমুৰ অঞ্চলৰ উদাহৰণ দিয়েই তেওঁ ক'লে যে আৱাংমুৰ, ওচৰৰ চান্দকুছি, চমাৰকুছি আদি গাঁৱত আগেয়ে বানপানী নুঠিছিল, কিন্তু সেইবোৰ দ ঠাই, বৰষুণৰ পানী জমা হৈছিল আৰু তেনেকৈয়ে তাত বোলে ভাল খেতিবাতি হৈছিল। কিন্তু এতিয়া বৰলীয়া নৈৰ মথাউৰি ঠিকমতে বন্ধা হোৱা নাই, বান্ধ ঠিকমতে দিয়া হোৱা নাই—

মুঠতে আগতে নহা বৰলীয়াৰ পানীৰে এই দ অঞ্চলবোৰ বাৰিষা ভৰি যায়।

"কিন্তু বৰলীয়াৰ পানী হ'ল বিলেৰে পুষ্ট পানী, খাৰুৱা আৰু সাৰহীন, পাগলাদিয়াৰ দৰে নিৰ্মল পাহাৰী নিজৰাৰে পুষ্ট নহয়, গতিকে এই দ ঠাইবোৰত জমা হৈ থকাৰ ফলত তাৰ গছ-গছনি ক্ৰমে ক্ৰমে মৰি আহিছে। ফলত এতিয়া সেই ফলমূলৰ গছ-গছনিৰে ভৰপূৰ অঞ্চলবোৰত তেনে আয়কৰী গছ নোহোৱা হৈ আহিব ধৰিছে। খাৰুৱা পানীয়ে শিপা খাই দিয়ে, তাৰ পাছত গছ আৰু কেনেকৈ জীয়াই থাকে? ফলত সেই ঠাইবোৰৰ মানুহে এতিয়া তামোলৰ খেতি কৰিব নোৱাৰে, পাণৰ গছ তুলিব নোৱাৰে, নাৰিকলৰ খেতি কৰিব নোৱাৰে,—মুঠতে একো গছ-গছনি ৰুব নোৱাৰে। গতিকে এই খেতি-বাতিৰ ওপৰতে নিৰ্ভৰ কৰি থকা মানুহবোৰৰ অৱস্থা কি হ'ব পাৰে সহজেই অনুমান কৰিব পাৰি। তাৰোপৰি প্ৰত্যেক বছৰে যদি ঘৰবোৰৰ প্ৰায় চাললৈকে পানী উঠে, পাঁচ ছয়দিনলৈকে যদি ঘৰবোৰ আধা পানীৰ তলত ডুবি থাকে—সেই ঘৰ পচি নেযাবনে? অন্ততঃ প্ৰত্যেক বছৰে নহ'লেও দুই-তিনি বছৰৰ মূৰে মূৰেও মানুহবোৰে ঘৰবোৰ মেৰামত কৰিব লাগে—তাৰ বাবেও লাগিল খেৰ-বাঁহ, টকা-পইচা। সকলো মিলি লাহে লাহে একালৰ এই সমৃদ্ধিশালী অঞ্চলবোৰ এতিয়া একো একোখন মৰুভূমিৰ দৰে হ'ব ধৰিছে।

"মানুহবোৰ যে দৰিদ্ৰ হৈছে মা। বহুত পৰিয়ালত হেনো কেৱা সাজো লঘোন দিওঁতেই যায়। মোক আৱাংমুৰৰ মানুহজনে খেদ কৰি ইয়াকো ক'লে যে, এই অঞ্চলবোৰৰ নেতাসকলে এইবোৰ কথা লৈ প্ৰায় কোনো মন-কাণ নিদিয়ে। পঞ্চায়তৰ বৰমুৰীয়া সকলে গাঁৱৰ সৰ্বাংগীণ উন্নতিৰ বাবে বহুত টকাৰ গ্ৰাণ্ট আনে, কিন্তু আলি-পদূলী মেৰামত কৰোৱা এইবোৰ কামনো

কিয় ঠিকাদাৰৰ হতুৱাই কৰাৰোই পইচাবোৰ বাহিৰা মানুহৰ বুকুত ঢালিব লাগে, তাতকৈ গাঁৱৰ ডেকাবোৰেই কৰক, নিজৰ গাঁও, সিহঁতে উৎসাহেৰে কৰিব আৰু ঘৰৰ পইচাও ঘৰতে থাকিব—এনে যুক্তিৰে গাঁৱৰ ল'ৰাক সেইবোৰ কামৰ ভাৰ দিয়ে। অনভিজ্ঞ এলেহুৱা ল'ৰা, সিহঁতে পালমাৰি কাম কৰে, গতিকে সিহঁতক যি পইচা দিয়া হয় তাতেই সন্তুষ্ট থাকে, গ্ৰান্টৰ বাকী বুজন পৰিমাণৰ ধন নেতাসকলৰ জেপত সোমায়। অঞ্জু, এইবোৰ একো নতুন কথা নহয়, আমি কাগজে-পত্ৰে সদায় পঢ়িয়েই আছোঁ, কিন্তু কাগজত পঢ়া আৰু নিজে দেখি-শুনি অহা বেলেগ কথা। মোৰ এইবাৰ বৰ বেয়া লাগি আহিল, বিশেষকৈ খুৰীয়ে যেতিয়া বৰ জীয়েক—জোঁৱায়েকহঁত নহা কাৰণে মোৰ আগত এবাৰ চকুলো পেলালে—মনটো বৰ বেয়া লাগি আহিল। আমিতো গাঁৱলৈ নেযাওঁ, গাঁওবোৰলৈ পিঠি দি বহি আছোঁ—অথচ সেই গাঁৱৰ মানুহৰ খেতিৰ ধান খায়েই জীয়াই আছোঁ—তেওঁলোকেই আমাৰ দেশৰ ঘাই মেৰুদণ্ড, কিন্তু আমি চহৰৰ কেইজনেনো এইবোৰ ভাবি চাওঁ ?

"ময়েইতো গাঁৱলৈ যাবলৈ পালে মৰিব পাৰোঁ, এইবাৰো গৈছোঁ খঙতে জ্বলি জ্বলি—"

ইমান পৰ মনে মনে শুনি থকা অঞ্জলিয়ে এইবাৰ ককায়েকৰ কথাৰ মাজতে মাত লগাই হাঁহি হাঁহি কৈ উঠিল, "ওঁ, গৈছিলি এজন এংৰি মেন্ হৈ উভতি আহিলি এজন ছেড্ আৰু ওৱাইজ মেন হৈ, গৈছিলি এজন হৈ উভতি আহিলি দুজন হৈ। তোৰ এইবাৰ গাঁৱলৈ যোৱাটো এক প্ৰকাৰৰ এটা তীৰ্থ-যাত্ৰাৰ দৰেই হ'ল অ' দাদা !"

অঞ্জলিহঁতৰ মাকে পুতেকৰ কথা শুনি শুনি মুখখন কৰুণ হৈ উঠিছিল, তেওঁৰ বুকু ঠেলি এটা দীৰ্ঘশ্বাস বাহিৰ হৈ আহিছিল এতিয়া অঞ্জলিৰ কথা শুনি তেওঁ তাইৰ পিনে কঠোৰ দৃষ্টি এটা হানি ক'লে, "যা, বহুত পৰ কথা গিলিলি, এতিয়া ভাত কেইটামান গিলি কিতাপ-পত্ৰ মেলাৰ চেষ্টা কৰগৈ।"



॥১৮॥

নীলকণ্ঠৰ মাটিত ভুঁই ৰুই দিয়াৰ বাবে পটেৰ কেইটামান টকা পাব-লগীয়া আছিল, কিন্তু এই কেইদিন মানুহজনক লগ পোৱাই টান হৈছে, পালেও তেওঁ ইমান ব্যস্ত, ইমান চিন্তিত হৈ থাকে যে পটেৰ দৰে সাধাৰণ মানুহৰ ওচৰ চপাই টান। তথাপি এদিন তাই সাহ কৰি ভয়ে ভয়ে টকাৰ কথা কওঁতে মানুহজনে জকজকাই উঠিছিল, "তিৰীটোৰ সময় নাই অসময় নাই খালী টকাৰ কথা কৈ দিগদাৰ কৰি থাকে—তই দেখা নাই নেকি যি মোৰ মৰিবাৰ সময় নাই ? মাটিবাৰীৰ লেঠাত আজি নলবাৰীক দাউৰিছোঁ, কালি গুৱাহাটীক দাউৰিছোঁ তোৰ ভেটো-কণা চকু দুটাইদি দেখা নাই নেকি ? তোৰ সেই সামান্যো টকা কুৰিটা মই খাই ফেলাম নেকি ? নি, এই দহ টাকা লৈ যা, মোক ইমান আৰু দিগদাৰ নকৰ্বি—এই লেঠালেঠিখেনি মাৰি উঠো, তাৰ পিছোত হিচাব কৰি গোটাইখেনি একেলগে দি দিম। কি যে আপদগিলা লাগিল, ভকত হলো কিন্তু দুই দণ্ড্যে ধীৰে-সুস্থে বহি হৰিৰ নাম লবাৰ উপায় নহা হ'ল—নতুন নতুন মাটিৰ লেঠা লাগি মোক খালাক্।"

নীলকণ্ঠৰ যে কি মাটিৰ লেঠা লাগিছে, পটেই একো ধৰিব পৰা নাই, কিন্তু যি লেঠাই নেলাগক—সি যেনেকৈ তেওঁৰ হৰিনাম লোৱাত বিঘ্ন ঘটাইছে তেনেকৈ পটেৰো চিকিৎসাত বিঘ্ন ঘটাইছে। এই কেইদিন তাইক পেটৰ বিষটোৱে যথেষ্ট কাবু কৰি মাৰিছে অথচ বহি-শুই থকাৰো উপায় নাই. বাহিৰৰ কামবপৰা ঘৰৰ কামলৈকে সকলো নিজেই কৰিব লগা হৈছে ; সাবিত্ৰী যোৱা আজি সাতমাহেই হ'ল, তাই থাকিলেও অন্ততঃ ঘৰৰ কামখিনিকে তাই কৰিব পাৰিলেহেঁতেন, অথচ তাইক এৰুৱাই অনাৰো প্ৰশ্ন নুঠে, তাই নিজে পোহ গৈ থকাৰ উপৰিও টকা দহটা মাহে মাহে পাই আছে। এবছৰ পুৰা হ'লে তেওঁলোকে তাইক পোন্ধৰ টকাকৈ দিব বুলিও কৈছে। এনে সময়তে পটেৰ আপছোছ হয়—সাবিত্ৰী যদি ছোৱালী নহৈ ল'ৰা হ'লহেঁতেন, অতি কমেওতো সি কুৰি-পঁচিছ টকা আৰ্জিলেহেঁতেন—কিয় যে ল'ৰা চাকৰতকৈ ছোৱালী চাকৰণীয়ে কম দৰমহা পায়। অথচ ছোৱালী এজনীয়ে কেঁচুৱাৰ গু-মুত উকটা, গৃহস্থনীৰ মেখেলা ধোৱাৰে পৰা আদি কৰি কৰি পাকঘৰৰ ৰন্ধা-বঢ়ালৈকে সকলো কামেই কৰে। কিন্তু কোনো ল'ৰাইতো সেই লেতেৰা কামবোৰ নকৰে, অথচ সিহঁতে টকা পায় বেছি।

আমি তিৰী জাতিটো ইমানেই হীন—পটেই আপছোচ কৰি ভাবে।

কিন্তু যিহওক, আপছোচ কৰিলে আৰু কি হ'ব, নাই মোমাইতকৈ কণা মোমায়ে ভাল, ছোৱালী হ'লেও তাই যি আৰ্জিছে তাৰেও পটেশ্বৰীয়ে কৰ্মখিনি তৰি থকা নাই। ল'ৰাইনো কিটো কৰিছে, যোৱাবাৰ আহোঁতে অলপ টকা আনিছিল হয়, কিন্তু তাৰ বাহিৰেনো আৰু কিটো সহায় কৰিছে? মোমায়েকে বাৰ বাৰ কয়—'ইতেই পুতেৰোৰ টাকাকুগেলি থকু কৰুলি ভৱিষ্য ধ্বংসো হবো—।' সেইটোও অৱশ্যে ঠিকেই, ল'ৰা মানেই ভৱিষ্যৎ—ভৱিষ্যতৰ ভৰসা. ভৱিষ্যতৰ সংস্থান, ছোৱালীৰ পৰাতো ভৱিষ্যতত একো সহায় নহয়। গতিকে আজি একো কৰিব নোৱৰা ল'ৰা ভৱিষ্যতৰ আচল প্ৰয়োজনৰ সময়তে তাইৰ প্ৰধান অৱলম্বন আৰু আশ্ৰয় হ'ব।

কিন্তু এইবোৰ যিয়েই নহওক, তাইক এতিয়া টকা লাগে। তাইৰ পেটৰ বেমাৰৰ বাবে ডাক্তৰে যিবোৰ ঔষধ দিছে সেইবোৰ কিনিবলৈ টকা লাগে। নিকিনি বিনা চিকিৎসাই থাকিলে তাই কেঁকাই-গেঁথাই বিছনাত পৰি থাকিব লাগিব, তাৰ পাছত হয়তো এদিন মৰিব লাগিব। তাই মৰিলে আনৰ কথা বাদেই, দুপ'তিৰ কি দশা হ'ব? তাইৰ মাক বুঢ়ী আৰু কালৰি, বৌয়েকজনী ভালেই হওক বেয়াই হওক, তাইৰো নিজৰ কেবাটাও ল'ৰা-ছোৱালী, পিয়ন গিৰিয়েকে বেছি টকা পঠাব নোৱাৰে। বৰ পুতেকে অৱশ্যে মাকৰ নাম কৰি তেজপুৰৰ পৰা অলপ টকা পঠায়, কিন্তু সেই টকাও শুকান বালিত পানী ঢলাৰ দৰে হয়, সংসাৰৰ নানা প্ৰয়োজনে চাৰিওপিনৰ পৰা টকাৰ বাবে হাঁ কৈ মুখবোৰ মেলিয়ে আছে। নাই, তাইৰ অবিহনে দুপ'তিৰ অতি বিলৈ হ'ব। আৰু সিপিনে সাবিত্ৰীকেই বা মালিকনীয়ে কিমান দিন ৰাখিব? ডাঙৰ হ'লেই ঘৰৰপৰা পঠিয়াই দিব, লোকৰ ডাঙৰ ছোৱালীৰ দায়িত্ব নলয় বুলি তেওঁ পটেক আগতেই কৈ থৈছে।

নাই, পটে মৰিব নোৱাৰে, এনেকি তাই বেমাৰী হৈয়ো থাকিব নোৱাৰে। এই সাত মাহৰ বেমাৰেই তাইক জোলোকা-জোলোকে পানী খুৱাইছে, এই সাত মাহৰ বেমাৰতেই বোলে তাইৰ চেহেৰা কিবা হৈ গৈছে—সকলোৱে কয় বোলে আগৰ পটে আৰু নাই, আগৰ পটেৰ ঠাইত হেনো এতিয়া তাইৰ জকাটোহে আছে।

মানুহৰ মুখত এইবোৰ শুনি শুনি এদিন পটেৰ নিজক চাবলৈ মন গৈছিল। নীলকন্ঠৰ মাষ্টৰনী বোৱাৰীয়েকৰ শোৱনী কোঠাত এখন ডাঙৰ আইনা আছে। সেই কোঠালীত পটেই মাত্ৰ এদিনেই কিবা কাৰণত সোমাই পাইছিল। নহ'লে তাইৰ দৰে ঘৰুৱা বন-বাৰি কৰি দিয়া তিৰোতাৰ সেই কোঠালীত সম্পূৰ্ণ প্ৰবেশ নিষেধ।

কিন্তু তথাপি এদিন পটেশ্বৰীয়ে লোভ দমন কৰিব নোৱাৰিলে, নিজক চোৱাৰ উদগ্ৰ কৌতূহলত এদিন তাই ছেগ চাই মাষ্টৰনী নথকা অৱস্থাত তেওঁৰ কোঠালীত চোৰৰ ক্ষিপ্ৰতাৰে সোমাই ডাঙৰ আইনাখনৰ সমুখত থিয় হ'লগৈ আৰু তাৰ পাছত আইনাত প্ৰতিবিম্বিত হোৱা মূৰ্তিটোৰ পিনে চাই তাই শিয়ঁৰি উঠিল—আইনাৰ ভিতৰৰ সেই মানুহজনী তাই? সঁচাকৈয়ে তাই? তাই পটেশ্বৰী? ডিঙিৰ হাড় জকজকাই ওলাইছে, গাটো শুকাই এচটা খৰিৰ দৰে হৈছে, ৰ'দে বৰষুণে পুৰি ক'লা হৈছে, নানা দুখ-দুৰ্গতি, অনাহাৰ, অবসাদ দুশ্চিন্তাত মুখখন ক্লান্ত আৰু কৰুণ হৈ পৰিছে—আইনাৰ ভিতৰৰ পৰা বিষণ্ণ চাৱনিৰে তাইলৈ টেলটেলকৈ চাই থকা এই বীভৎস চেহেৰাৰ মানুহজনী স্বয়ং তাই?

পটেশ্বৰী বহুত সময় স্তব্ধ হৈ তেনেকৈ থিয় হৈ ৰ'ল। তাইৰ মনৰ চকুত ভাহি উঠিল ছবিনৰ ঘৰণী হৈ থকা কালত গুৱাহাটীৰ মালিকনীৰ ডাঙৰ আইনাত প্ৰতিফলিত হোৱা তাইৰে আন এটা মূৰ্তি। পটেশ্বৰীয়ে দীঘলকৈ এটা উশাহ ল'লে। কিন্তু তাৰ পাছতেই অদ্ভুত এটা অনুভূতিয়ে তাইৰ মনটোক অধিকাৰ কৰি পেলালে আৰু তাই সমস্ত মানুহজনীয়ে যেন সলনি হৈ গ'ল; এইবাৰ আইনাৰ ভিতৰৰ পৰা সকৰুণ নয়নেৰে চাই থকা মানুহজনীৰ সমস্ত মুখমণ্ডল হৈ পৰিল কঠোৰ আৰু বিকৃত, এক ক্ৰুৰ আৰু বীভৎস হাঁহিৰে সেই মুখৰ কাৰুণ্য যেন দূৰলৈ খেদি পঠিয়ালে। উস্—এক সাংঘাতিক শত্ৰুৰ যেন ইমান দিনৰ মূৰত পতন হ'ল। আৰু সেই সাংঘাতিক শত্ৰু হ'ল তাইৰ এই ৰূপ,—এই অপৰূপ সৌন্দৰ্য, যি সৌন্দৰ্য হ'ল তাইৰ সকলো অপৰাধৰ উৎস, যি অপৰাধে আজি অত বছৰে তাইৰ কায়াৰ ছায়া হৈ অনবৰতেই তাইৰ লগে লগে লাগি ফুৰিছিল—যি অপৰাধ ছবিনৰ অপাৰ প্ৰেমে কোনোদিন পুৰাপুৰি ক্ষমা কৰিব পৰা নাছিল—আজি অৱশেষত সেই সকলোৰে মূল তাইৰ অপৰূপ সৌন্দৰ্যৰ সঁচাকৈয়ে মৃত্যু ঘটিল। আজি অত বছৰৰ মূৰত আগৰ পটেশ্বৰীৰ সঁচাকৈয়ে মৃত্যু ঘটিল, এতিয়া আৰু এই পটেশ্বৰীৰ ৰূপক লৈ তাইৰ কোনো দুৰ্ভাৱনা নাই, এতিয়া তাই নিশ্চিন্ত মনেৰে পুৰুষৰ ৰাজ্যত চলাফুৰা কৰিব ফুৰি পাৰিব—হঠাতে পটেশ্বৰীৰ চিন্তা সোঁতে বাধাপ্ৰাপ্ত হৈ থমকি ৰ'ল—অ' এইটোৱে তেন্তে কাৰণ, এই কাৰণেই তেন্তে হাস্পতালৰ ডাক্তৰজনে তাইক আগৰ দৰে হাঁহি মুখে মাত কথা নিদিয়া হ'ল, আগৰ দৰে পেট টিপিবলৈ গৈ অইন ঠাইত নিটিপা হ'ল—

বিবৰ্ণমুখেৰে কেৱল পেটকেই টিপি থকা হ'ল—কোনো সন্দেহ নাই—এইটোৱেই কাৰণ, সকলো কথাৰে এইটোৱেই কাৰণ—নীলকণ্ঠৰ পুতেক বজতেও ভাইৰ পিনে আগৰ দৰে লুভীয়া দৃষ্টি নিদিয়াৰ, আগৰ দৰে আমনি নিদিয়াৰ এইটোৱে কাৰণ !

পটেশ্বৰী যেন এক বীভৎস, বিকৃত উল্লাসৰ হাঁহিত বাগৰিহে পৰিব—"অ' চালা শগুনহাত, তহঁতে মৰাশ খুঁটি খুঁটি খাবাক্‌গেলি আৰু মাংসো নাপাৱা হলি নহয়,—চালা তিৰীৰ মাংসোৰ লুইভা শগুনহাত— !"

কিন্তু পটেশ্বৰী অট্টহাস্য কৰিবলৈ গৈয়ো থমকি ৰ'ল আৰু আইনাৰ কংকালসাৰ মূৰ্তিটোৰ কোটৰগত শুকান চকু দুটাত দুটোপাল অশ্রু জিলিকি উঠিল ।

টকা দহোটা আঁচলৰ আগত বান্ধি ঘৰলৈ ওভতাৰ বাটত পুথি-ভৰালত জুম বান্ধি থকা ল'ৰাজাকৰ এজনে পটেশ্বৰীক মাত লগালে, "কি হা পটেবাই, ক'কপাই আইহ্‌লা ? নীলকণ্ঠো ভকতোৰ ঘৰোৰপাই নেকি ?"

"অ' এ—বাপা, তাৰেপাই আইহ্‌লোঁ । ভুঁই ৰোৱাৰ টাকা পাওনা আছিল, তাকে আন্‌বা গেছলোঁ । পিছে নীলকণ্ঠো একেদিন বৰ বেস্তো, চৰকাৰে বোলে কিবা মাটিবাৰীৰ লেঠা লাগ্‌ছি, সেই কাৰণে তেওঁৰ কাকো মাত দিবাৰে সময় নাই, মোকোতো গোটাইখেনি টাকা আদায় কৰি নেদ্‌লাক্ নহয় । মাটিবাৰীৰ লেঠা মাল্লিহি বোলে হিচাপ-পত্রো কৰি গোটাইখেনি দিবো । মানুহ-টোৱে দুখো কল্লাক বোলে মাটিৰ লেঠাত পৰি তেওঁ ভাল্‌কে হৰিৰ নামোকে লবাৰ সময় নাপৰা হল !"

পটেশ্বৰীৰ এই কথাত গোটেই ল'ৰাজাকে গিৰ্জনি মাৰি হাঁহি উঠিল । তাৰে মাজত এজনে কৈ উঠিল, "চালা ভণ্ডো বিড়াল তপস্বী ক'ৰবাৰ, চিলিঙোত মাটিসোপা যাবো বুলি এৰ নামোত তাৰ নামোত পট্টা কৰ্‌বো ধচ্ছি, তাৰ ইতা হৰিৰ নাম লবাৰে সময় নহৰা হল !"

পটেশ্বৰী থমকি ৰৈছিল, তাই বিস্ময়কৰ চাহনি মেলি ল'ৰাবোৰৰ পিনে চাই থকা দেখি আন এজন ল'ৰাই মাত লগালে, "পটেবাই, তুমি তিৰী মানুহ, ইগ্‌লা মাটিবাৰীৰ কথা নুবুজ্‌বা । চৰকাৰে মাটি নহৰা মানুহোক মাটি দিবাক্‌গেলি বেঁচি মাটি থাকা মানুহগিলাকোৰ কিছু মাটি আদায় কৰবা ধৰ্‌ছি । চৰকাৰোৰ এই মাটি লৰা নিয়মটোকে চিলিং আইন বোলে । আমাৰ নীলকণ্ঠো হৰি-ভকতোৰো তেইতাৰ পাই চখুত টুপ্‌নি নহৰা হ'ল—ইমান মাটি লোকে লৈ যাবো—গতিকে মিছাই-সোঁচাই তেওঁ মাটিসোপা নানানটা নামোত পট্টা কৰাত লাগি গেছি—। পিছে ঈশ্বৰে বুজ্‌বো আৰু আমাৰ



নীলকণ্ঠোকো ক্ষমা কৰ্‌বো—ইমান বেস্তো থাকা মানুহ আক্‌জনেনো ঈশ্বৰৰ নাম লৱাৰ সময় কৰ্‌পাৰা পায় । পিছোত যেইতা মিছামিছি নামোত মাটি ভাগ কৰা হৈ যাবো তেইতা আটাহ পাৰি পাৰি হাজাৰ বাৰ ঈশ্বৰোৰ নাম লবো নহয় !"

ল'ৰাজাকে আকৌ এবাৰ গিৰ্জনি মাৰি হাঁহি উঠিল ।

পটেই তেতিয়াও বিমূঢ়ৰ দৰে তাতেই থিয় হৈ থাকিল । ল'ৰাজাকৰ হাঁহি শাম কটাৰ পাছত আকৌ এজন ল'ৰাই কৈ উঠিল, "হেৰি নহয়, আমাৰ পৰেশ দাৰোগাৰো বোধহয় বহুত মাটি আছে, তেওঁৰো বোধহয় চিলিঙোত যাবো —?"

আন এটা লৰাই মূৰ জোকাৰিলে, "পৰেশ দাৰোগাৰ চিলিঙোত যাবা লাগা মাটি নাই । কিন্তু তেওঁতো সদায় চহৰোতে থাক্‌বো—গাঁৱোত মাটি ৰাখিনো কৰ্‌বো কি ? চৰকাৰে এনাইকে চহৰোত থাকা মানুহোৰ গাঁৱোৰ মাটিগিলাক ইস্পেচিয়াল নিয়ম এটা কৰি অধিগ্রহণ কৰা উচিত ।"

এইবাৰ পটেশ্বৰীয়ে মাত লগালে, "ওহোঁ, পৰেশ দাৰোগা চহৰোত নাথ্‌কে । মই নীলকন্ঠাহাঁতোৰ ঘৰত শুন্‌ছো বোলে তেওঁ পেঞ্চন পাৱাৰ পিছোত গাঁৱোত ঘৰ বান্ধি থাক্‌বো—তেওঁ হৈ পেঞ্চন পালাকেই আৰু নহলিবা পাবাক্‌গেলি আৰু মাত্রো অলপ দিন বাকী আছে । তেওঁৰ সি অঞ্জলি নামোৰ সৰু আপীটো আছে, যৱাবাৰ যি পিতাকোৰ লগত গাঁৱোত ফুৰ্‌বা আইহ্‌ছিল—তাইও বোলে গাঁৱোত থাক্‌বো আৰু গাঁৱোৰ তিৰিগিলাককো ইচ্‌কুল এখান খুলি পঢ়াবো ।"

পটেশ্বৰীৰ শেষৰ কথাখিনিত মুহূৰ্তত ল'ৰাবোৰ উৎকৰ্ণ হৈ উঠিল, কিবা এটা বন্ধত কেইদিন মানৰ বাবে ঘৰলৈ অহা এম. এ পঢ়ি থকা বলীনে এইবাৰ অলপ লাজকুৰীয়াভাৱে ক'লে, "তুমিনো ইমান কথা কেনাইকে গম পালা পটেবাই ?"

পটেই গহীন মুখেৰে ক'লে, "মোক নীলকন্ঠোৰ মাণ্টৰনী বইৰাকে কৈছি নহয়, তেওঁ কৈছি বোলে পৰেশ দাৰোগাৰ আপীটো সোঁচাকে ভাল, চহৰৰ আপীৰ দৰে ভেম নাই আৰু গাঁৱোক ঘিণা নক্‌ৰে, সেই কাৰণেতো তাই সুবিধা পালিই গাঁৱোত আহে !"

বলীনৰ মুখ উজ্জ্বল হৈ উঠিল ।

॥১৭॥

পৰেশ কলিতা পেন্সন পাই গুৱাহাটীলৈ আহিল।

অঞ্জলিৰ খুব ফুর্তি—এইবাৰ দেউতাকে গংগাপুখুৰীৰ পাৰত তাইৰ সপোনৰ ঘৰ বন্ধাৰ কামত লাগি যাব পাৰিব। উস্। কিযে আনন্দ, কি যে উত্তেজনা!

ঘৰত আহি নিগাজীকৈ বহাৰ এসপ্তাহমান পাছতে পৰেশ কলিতাই নলবাৰীৰ এছ. ডি. ছিৰ অফিছৰপৰা এখন চিঠি পালে—মথাউৰিৰ বাবে ৰাইজৰ পৰা অধিগ্ৰহণ কৰা মাটিৰ এইবাৰ কিস্তিৰ চৰকাৰৰ ফালৰ পৰা শোধ কৰিবলৈ আৰম্ভ কৰা হৈছে, গতিকে তেওঁ যাতে আহি সেই টকা লৈ যায়।

পৰেশ কলিতাই চিঠিখন পাই প্ৰথমতে অঞ্জলিকে মাতিলে আৰু হাঁহিৰে উদ্ভাসিত হোৱা মুখেৰে ক'লে, "অঞ্জুমণি, মোৰ ঘৰ বন্ধাৰ লক্ষণ বৰ ভাল যেনেই লাগিছে অ', এইখন চিঠি চা, মথাউৰিত যে মোৰ মাটি সোমাইছে, তাৰবাবে চৰকাৰে টকা ল'বলৈ মাতিছে। টকা অৱশ্যে খুব বেছি নহ'ব, বোধহয় তিনি-চাৰিশৰ বেছি নহ'ব, কিন্তু ঠিক এই সময়ত যে এনে খবৰটো আহিল, সেইটো মোৰ বৰ শুভ লক্ষণ যেন লাগিছে।"

অঞ্জলিৰ ফুর্তি হ'ল দেউতাকতকৈও বেছি, তাই দৌৰ মাৰি ভিতৰলৈ গ'ল আৰু অলপ পাছতে হাতত কেইখিলামান কাগজ লৈ ওলাই আহি দেউতাকৰ আগত পেলাই দি গহীনভাৱে ক'লে, "চোৱা।"

"কি কাগজ? হঠাৎ ক'ৰপৰা আনিলি?" পৰেশ কলিতাই খুলি থোৱা চশমাজোৰ আকৌ পিন্ধিবলৈ আৰম্ভ কৰি জীয়েকক সুধিলে।

"আঃ, খুলি চোৱাইচোন, খুলিলেই বুজিবা নহয়!"

পৰেশ কলিতাই খুলিলে, খুলি চাই সকলো বুজি পালে আৰু মস্ত প্ৰাণ খোলা হাঁহি এটা মাৰিলে।

"ঐ অঞ্জু, তই দেখোন এটা মস্ত আৰ্কিটেক হ'ব পাৰিবি ঐ? অকল আৰ্কিটেকেই নহয়, আৰ্টিষ্টো। কেইখন ঘৰৰ নক্সা আঁকিছ? এইখনত ঘৰটোৰ সমুখত এইটো কি পুখুৰী—অ' বুজিছোঁ—গংগাপুখুৰী! এই নাওখনত এইয়া কোন? তই?"



"ধেৎ পিতা, তোমাৰ চশমাৰ পাৱাৰ বদলাবৰ হ'ল, তুমি মতা-মাইকীও ধৰিব নোৱৰা হ'লা। এইজন মতা মানুহ বুলি বুজি পোৱা নাই? এওঁ জলকোঁৱৰ, মাজৰাতি সোণৰ নাৱতকৈ পুখুৰীৰ তলীৰ পৰা ওচৰলৈ উঠি আহিছে। পানীবোৰ ক'লা, চাৰিওফালে ক'লা পাতল ৰং দিছোঁ—কাৰণ সময়টো হ'ল মাজনিশা। এন্ধাৰ ৰাতি, আকাশত জোন নাই।"

পৰেশ কলিতাই আৰু এবাৰ প্ৰাণখোলা হাঁহি মাৰিলে। এইবাৰ তেওঁ দ্বিতীয় নক্সাখন উলিয়াই ল'লে।

"ঘৰটোৰ ওচৰত এইডাল কি প্ৰকাণ্ড গছ অ' আই?"

"উস্ পিতা, তুমি নিজৰ মাটিখিনিও একেবাৰে পাহৰি গ'লা! বকুল গছডাললৈ মনত নাই?"

"অ' বকুল গছডাল! হয়তো! তলীত এইবোৰ বোধহয় ফুল পৰি আছে?"

অঞ্জলিয়ে আদৰুৱা হাঁহি মাৰিলে।

"পিতা, তুমি বকুল গছডালৰ তলত এখন পকীৰ বেদী বন্ধাই দিবা। ৰবীন্দ্ৰনাথৰ নায়িকাক অৱশ্যে মাৰ্বলৰ বেদী বন্ধাই দিয়া হৈছিল, তুমি পিছে মোক বাথৰুম কৰি বাকী ৰোৱা ছিমেন্টেৰে পকী বেদী এখন বন্ধাই দিলেই হ'ব। মই গাঁৱৰ তিৰোতাবোৰক ৰাতি পঢ়ুৱাই আহি ক্লান্ত হৈ সেই বেদীতে দীঘল দি শুই পাৰিম, জিৰজিৰকৈ বতাহ বলি মোৰ শ্ৰান্ত শৰীৰ জুৰ পেলাব আৰু বকুল ফুলৰ মিঠা সৌৰভ চাৰিওপিনে ছটিয়াই দিব, মোৰ গায়ে-মুখে আহি বকুল ফুলবোৰ সৰি পৰিব—ঝুপ...ঝুপ...ঝুপ...তৃপ্তিৰ আবেশত মোৰ চকুহাল মুদ খাই আহিব। কিন্তু যদি জোনাক ৰাতি হয়, মই চকু নজপাওঁ, মই দুচকু ভৰি সেই মায়াভৰা ৰাতিৰ ৰূপ চাম আৰু গুনগুনকৈ এই গানটো গাম—কি গানটো গাম মই এবাৰ তোমাক গাই শুনাওঁ নে পিতা? তুমি যে কতদিন মোৰ গান শুনা নাই!"

পৰেশ কলিতাই সস্নেহ হাঁহিৰে ক'লে, "গা আই, গা। চোৰ-ডকাইতৰ লগত কাৰবাৰ কৰি কৰি জীৱনটো শুকাই গ'ল, এতিয়া তোৰ গানে আৰু তোৰ কথাইহে মোক পুনৰ জীয়াই তুলিব বুলি আশা কৰি আছোঁ!"

অঞ্জলিয়ে দেউতাকক ধন্য কৰিব ওলোৱা মাতেৰে ক'লে, "শুনা তেন্তে, অ'—গানটো পিছে বৰ পুৰণি দেই. মই বাইহঁতৰ পৰাই শিকা, এতিয়া বহুত দিনৰ মূৰত পুৰণি গানৰ বহীত চকুত পৰাত নতুনকৈ গাবলৈ আৰম্ভ কৰিছোঁ—ওঁ, শুনা ঃ

আকাশৰ পাৰ ভাঙি আহে
জোনাকৰে ঢল,
ৰূপালী পৰশ লাগি তাৰ
জ্বলি উঠে নিশাৰ কাজল ॥
নদীৰ বুকুত ৰ'তে—
বকুল বনৰ ছায়া পৰে
পাতে বাট আগচি ধৰে—
পলৰীয়া এছাটি জোনাকে তাতো
উজলায় বকুলৰ তল ॥
জিৰ জিৰ জিৰ জিৰ—
ৰতাহে ভৰায়
পিয়লা ৰাগীৰ,
ফুলে কথা কয় আজি মদিৰ ভাষাত
উজাগৰে থকা কোন অচিন পখীৰ
ভাহি আহে সকৰুণ মাত,
জোনাকে তাতে কিনো দিয়ে ছল ?

"অ' পিতা, কেনে পালা গানটো ? মইতো ভাবোঁ কবি অজিত বৰুৱাই মোৰ বকুলৰ বেদীৰ কথা তেতিয়াই গম পাই গানটো লেখিছিল !"

"বঢ়িয়া হৈছে আই ! মোৰ শুকান বুকুই জীপ পালেই—"

"ৰ'বা, আগতে সেই বকুলৰ তলৰ পকীৰ বেদীত জোনাকত বহি গাওঁ—তেতিয়া চাবা, তোমাৰ শুকান বুকুত অকল জোনাকৰে নহয়, পাগলাদিয়াৰো ঢল নামিব !"

পৰেশ কলিতাই পৰম চেনেহৰে তেওঁৰ অতি আদৰৰ জীয়েকৰ গাত আলফুলকৈ হাত বুলাই বুলাই ক'লে "পাগলীজনী ক'ৰবাৰ !"

কিন্তু নলবাৰীৰপৰা উভতি আহি পৰেশ কলিতাই এইবাৰ অঞ্জলিক নেমাতিলে, বৰং তাইৰ পৰা লুকাই মনে মনে ঘৈণীয়েককহে প্ৰথমতে গৈ লগ ধৰিলে। তেওঁৰ মুখখন অসম্ভৱ গহীন। সকলো কথা ঘৈণীয়েকক কৈ তেওঁ শেষত ক'লে ঃ "চাৰে তিনিশ টকাৰ বাবেতো আৰু মই উপিনক জেলত দিব নোৱাৰোঁ। সি মোৰ চহী জাল কৰি মথাউৰিৰ টকাখিনি নিলে নিলে—উপায়তো আৰু নাই। গোটেই জীৱনটো সি লোভতে মৰিল—এতিয়া এই বয়সত সামান্য চাৰে তিনিশ টকাৰ লোভত সি ডাঙৰ ককায়েকৰ চহীও জাল



কৰিলে ! পিছে এই ঘটনাটোত মই আন এটা কথাহে খুবকৈ ভাবিব হৈছে—ইয়াৰ পাছতনো মই সেই তাইৰ লগত সেইখন গাঁৱত থাকো কেনেকৈ ? ইয়াৰ পাছত তাৰ লগত ভাই ভাই সম্পৰ্ক পাতি থকা দূৰৈৰ কথা, তাৰ লগত কথা পতা বা তাৰ মুখ চোৱাৰে মোৰ প্ৰবৃত্তি নহ'ব যেন পাইছোঁ। গতিকে ঢলকুছিতনো মই ঘৰ-দুৱাৰ বান্ধি থকাৰ কথা কেনেকৈ ভাবোঁ ? তাৰোপৰি মোৰ বহুত দিনৰ পৰা এই এটা ধাৰণাও হৈছে যে ধান আদিৰ হিচাপত নীলকন্ঠয়ো মোক কিছু কিছু ঠগাই আছে। এইবোৰ জানি-শুনি সেই মানুহ-বোৰৰ মাজত নিগাজীকৈ থকাৰ কথা ভাবানো কেনেকৈ—"

অঞ্জলিৰ মাকে দীঘলকৈ উশাহ এটা ল'লে, কিন্তু তেওঁ কলে, "ঈশ্বৰে যি কৰে সকলো ভালৰ কাৰণেই কৰে। উপিনে টকাকেইটা জাল চহী কৰি লৈ গ'ল কাৰণেই আমি গাঁৱত নথকাৰ কথা ভাবিবলগীয়া হ'লোঁ। ধৰি লওক যে আমাৰ সকলো আপদ-বিপদ সেই চাৰে তিনিশ টকাৰ ওপৰেদিয়েই গ'ল। গাঁৱত থকা হ'লে আমি ভবাৰ দৰে আমাৰ সুখ-শান্তি নহ'লহেঁতেন। চহৰৰ হাই-উৰুমিৰ পৰা দূৰত থাকিব খুজি গাঁৱলৈ গ'লোঁহেঁতেন হয়, কিন্তু গাড়ী-ঘোঁৰাৰ হাই-উৰুমি নাথাকিলেও মানুহে আমাৰ ঘৰত অনবৰত হুলস্থুল কৰি থাকিলহেঁতেন, অকলে শান্তিত থাকিব নিদিলেহেঁতেন। গাঁওবোৰ আৰু এতিয়া আমাৰ সৰুকালৰ গাঁও হৈ থকা নাই, কেইখনমান স্কুল-কলেজ হ'লে কি হ'ব, সাধাৰণ মানুহবোৰৰ অৱস্থা আৰু বেয়ালৈ গৈছে। ইমান দৰিদ্ৰ মানুহৰ মাজত সুখেৰে থাকিব নোৱাৰি, অথচ আমি দুই-এক পইচা দান কৰিনো কাৰ ক'ত দুখীয়া অৱস্থা লোপ কৰিম ? আৰু এইটোও ঠিক যে তেওঁলোক আমাৰ ঘৰৰ পৰা নাতৰাই হ'ব, আমিও বেয়া ব্যৱহাৰ কৰি তেওঁলোকক খেদাব নোৱাৰিম। মই আজি আপোনাক আৰু খোলাখুলিকৈয়ে কওঁ—বহুত দিনৰ পৰাই মোৰ মনলৈ এই ভাবটো আহি আছিল। মই নিজে দাদাৰ ল'ৰাৰ বিয়ালৈ গৈ মানুহৰ দুৰৱস্থা দেখি আহিলোঁ, ডাঙৰ বাপো সিদিনা হৰেনৰ বিয়ালৈ গৈ দেখি আহিলে—ওহোঁ, ইমান দৰিদ্ৰ মানুহৰ মাজত থাকিব গ'লে আমাৰ সুখ-শান্তি সকলো নষ্ট হ'লহেঁতেন।"

পৰেশ কলিতাই ক'লে, "আমাৰ নিজৰ গাঁও, তাতে আমাৰ জন্ম হৈছে, তাতে আমি মাই-পিতা, ভাই-ভনীক, লগ-সঙৰ মৰম-চেনেহৰ মাজত ডাঙৰ হৈছোঁ—কিন্তু এতিয়া সেই ঠাইতে থাকিবলৈ আমাৰ ভয় হয়, সেই ঠাইৰে দুৰৱস্থালৈ পিঠি দি পলাই সাৰি চহৰৰ আৰামত থাকিব খোজোঁ। অথচ তুমি ঠিকেই কৈছা—আমিনো দুই-এপইচা দি কাৰ দাৰিদ্ৰ্য দূৰ কৰিব পাৰিম ? আমাৰ দৰে মানুহে অসহায়ভাৱে চাই থকাৰ বাহিৰে গাঁওবোৰৰ অৱস্থা

ফিৰাবলৈ একো কৰিব নোৱাৰোঁ। চৰকাৰে, সমাজকৰ্মী সকলেহে কিবা কৰিলে কৰিব পাৰে—" পৰেশ কলিতা অলপ ৰ'ল, তেওঁ নিস্তেজ হাঁহি এটা মাৰিলে, তাৰ পাছত আকৌ ক'লে, "আমাৰ অঞ্জুৱে কিন্তু এইবোৰ কথা শুনিলে মোৰ ওপৰত জঁপিয়াই পৰিলেহেঁতেন, কাপুৰুষ, পলায়নবাদী—কত কি যে ডাঙৰ ডাঙৰ কথা নুশুনালেহেঁতেন! মোৰ কিন্তু তাইৰ কাৰণেহে বেয়া লাগিছে—গাঁৱত থাকিব বুলি বহুত জল্পনা-কল্পনা কৰি থৈছিল, তাই বৰ বেছি আঘাত পাব। সঁচায়ে, তাইৰ কাৰণে বৰ বেয়া লাগিছে।"

অঞ্জলিৰ মাকৰ মুখখন গহীন হৈ উঠিল, "আপুনি সৰুৰেপৰা লাই দি দি ছোৱালীজনীৰ মূৰটো একেবাৰে খাই দিলে। এতিয়া ৰাজ্যৰ আজে-বাজে কিতাপসোপা পঢ়ি তাইৰ মূৰটোও গৰম হৈ গৈছে—কিসোপা যে বলকি নাথাকে! তাইক লৈ মোৰ চিন্তাৰ পাৰ নোহোৱা হৈছে। তাইৰ যে ভৱিষ্যৎটো কি হ'ব কাৰ হাতত সেই আধাপাগলী ছোৱালীজনীক গটাম—মোৰ ভাবি ভাবি কেতিয়াবা ৰাতি টোপনিয়ে নাহে। ইফালে আপুনিও আছিল বাহিৰত। এতিয়া সঁচা কথা এটাই কওঁ যে তাইৰ কথা ভাবিও মোৰ গাঁৱত থাকিবৰ মন নোযোৱা হৈ আহিছিল। গাঁৱৰ নামত তাই বলিয়া, কোনে যে কি আহুদি কৰিলে নেজানো, চহৰৰ ছোৱালী এজনীকনো ক'ত কোনে এনেকৈ গাঁৱৰ বাবে মৰিব পৰা দেখিছে—"

পৰেশ কলিতাই প্ৰসন্ন হাঁহিৰে বৈণীয়েকক বাধা দি ক'লে, "তুমি সেইটো কথাত কিয় ইমান চিন্তা কৰিছা? সেয়া তাইৰ মোহ এটাৰ বাহিৰে আন একো নহয়, পাছত কেইদিনমান গাঁৱত থকাৰ পাছত তাই হয়তো আমাক এৰি থৈয়েই চহৰলৈ পলালহেঁতেন, গাঁৱৰ নানান অসুবিধা আৰু লগ-সংগৰ অভাৱে তাইৰ সেই মোহ কাটি দিলেহেঁতেন। হাজাৰ হওক সৰু ছোৱালী। যিহওক, গাঁৱত ঘৰ নবন্ধাৰ ঠিক কৰিলোঁ যেতিয়া—তোমাৰ সেইকণ চিন্তাও আঁতৰিল।"

পৰেশ কলিতাৰ বৈণীয়েকে কিন্তু সেই একে অপ্ৰসন্ন মুখভংগীৰেই আকৌ ক'লে, "চিন্তা আঁতৰিল! ভালকৈয়ে আঁতৰিল। আপুনি কেতিয়াবা তাইৰ কথা ভালকৈ চিন্তা কৰি চায়নে? তাই যি ছোৱালী হৈ গঢ়ি উঠিছে, আপুনি তাইক যি আদৰত তুলিছে, তাইৰ যি ধৰণ-কৰণ চাল-চলন হৈছে—এদিন তাইক কাৰ হাতত গটাব কেতিয়াবা ভাবি চাইছেনে? এনে ছোৱালীক কোনে আপোনাৰ দৰে সহ্য কৰিব, প্ৰশ্ৰয় দিব, আদৰ কৰিব—কেতিয়াবা ভুলতো ভাবি চাইছেনে?"

পৰেশ কলিতাই উচ্চস্বৰে হাঁহি উঠিল, "তোমালোক মাইকীমানুহবোৰ



বৰ হিচাপী, বৰ সাৱধানী। হেৰা, মোৰ অঞ্জু 'পাতিহাঁহৰ মাজত ৰাজহাঁহ হৈ উপজিছে—সেই কথা তোমালোকে নুবুজিবা। কিন্তু ভগবানে এদিন তাইক ৰাজহাঁহৰ ৰাজ্যতে গটাই দিবগৈ, তুমি চাই থাকিবা। মই তোমাৰ দৰে ভাল কিয় বেয়া নহ'ল বুলি অন্তত আক্ষেপ নকৰোঁ। এসময়ত মই নিজেও অলপ কিতাপ-পত্ৰ পঢ়িছিলোঁ, সেইবাবেই হয়তো চলকুছিৰ দৰে অতি পিছপৰা গাঁও এখনৰপৰা এনেকৈ নিজৰ ভৰিত নিজে থিয় দি আজিৰ এই মানুহটো হ'ব পাৰিছোঁ। মোৰ আন এটা ল'ৰা-ছোৱালীয়ে মৰিলেও কিতাপ এখন মেলি নলয়, অঞ্জুইহে কিতাপ-পত্ৰকে জীৱনৰ সংগী কৰি লৈছে তাৰ বাবে মোৰ মনত কিমান গৌৰৱ, কিমান আনন্দ তোমাক কি ক'ম মই। যিহওক—" এইবাৰ পৰেশ কলিতাৰ মাতটো সৰু হৈ আহিল—"গাঁৱত ঘৰ বান্ধিব নোৱৰাৰ কথাটো তুমিয়ে তাইক ক'বা, মোৰ কোনোমতেই সেইখিনি সত নেযাব—তুমি ভালকৈ বুজাই ক'বা…"

অঞ্জলিয়ে কথাটো শুনি বিছনাত উবুৰি খাই পৰিছিল। তাৰ পাছত এটা বিৰাট ধুমুহা আহিছিল, অদৃশ্য সেই ধুমুহা অঞ্জলিৰ কাণৰ ওচৰত অনবৰত প্ৰবলভাৱে সোঁ সোঁ কৈ বলি থাকিছিল, সেই ধুমুহাৰ প্ৰচণ্ডতাত ঠাউৰিব নোৱাৰি বকুল গছডাল উভালি খাই মাটিত মুখ থেকেচা খাই পৰিছিল, সেউজীয়া ৰহণসনা ছবিৰ দৰে ঘৰটোও সেই ধুমুহাৰে জোকাৰণিত বাগৰি পৰি একেবাৰে গংগাপুখুৰীটোৰ বুকুতে আছাৰ খাই পৰিছিলগৈ আৰু তাৰ পাছত লাহে লাহে ডুব গৈ অতল তলীৰ জলকোঁৱৰৰ দেশত অদৃশ্য হৈ গৈছিল।

আৰু সিফালে সেই একেটা ধুমুহায়েই পাগলাদিয়াৰ পানীকো আৰু পগলা কৰি তুলিছিল, তাৰ প্ৰচণ্ডতাত পগলা নৈখনৰ বুকু ইমানেই তোলপাৰ লাগি গৈছিল যে সি আৰু কোনোমতেই থিৰেৰে ৰ'ব নোৱাৰি পাৰ বাগৰি আহিছিল, আহি বালি ধুৱাই নিছিল, লগতে ধুৱাই নিছিল সেই বালিতে জিলিকি থকা এযাৰি কবিতা—"তুমি কোন কাননৰ ফুল, তুমি কোন গগনৰ তৰা!"

॥২০॥

পটেশ্বৰীয়ে আৰু কিমান বাট চাব, কিমান ধৈৰ্য ধৰিব ? তাই মানুহ-জনী পেটৰ বেমাৰটোত কোনোমতে নমৰি জীয়াই আছে হয়, কিন্তু সংসাৰৰ নতুন নতুন সমস্যা দেখা দিয়েই আছে। ইতিমধ্যে তাইৰ মাক ঢুকাল, পটেশ্বৰীৰ শূন্য জীৱন আৰু অলপ শূন্য হ'ল, তাইৰ জীয়েক সাবিত্ৰী ডাঙৰ হ'ল আৰু মালিকনীয়ে তাইক মাকৰ ওচৰলৈ পঠিয়াই দিলে।

এই সাবিত্ৰীক লৈয়ে এতিয়া পটেশ্বৰীৰ সকলো সমস্যা। লোকৰ ঘৰত কাম কৰিবলৈকে থকা ছোৱালীজনী এতিয়া একো কাম নজনা হৈ আহিল। গাঁৱৰ ছোৱালীয়ে কাপোৰ দুখন চফাকৈ ধুব জনা, পকী ঘৰটো ফুলজাৰুৰে ভালকৈ সাৰিব জনা, তেল-মচলা খৰচ কৰি জুতি লগাই ভাত-আঞ্জা ৰান্ধিব জনা মানে একো কাম জনা নহয়। গাঁৱৰ ছোৱালীয়ে ঢেঁকী দিব লাগিব, পথাৰত ভুঁই ৰুব লাগি, নৈ-বিলত মাছ মাৰিব লাগিব, নৈৰ পৰা ভৰা কলহত পানী আনিব লাগিব তেহে কাম জনা বুলি ক'ব পৰা যাব। কিন্তু পটেশ্বৰীৰ জীয়েক সাবিত্ৰীয়ে চহৰত তিনি বছৰ থাকিয়ে এইবোৰ একো নজনা হৈ আহিল, এইবোৰ কৰাৰ কথা ক'লেই তাই মাকক জোকোৱা মাৰি কথা কয়—এতিয়া যদি আকৌ এইবোৰ কামকে কৰিব লাগিল তেন্তে তাই জীয়েকক পইচাৰ লোভত অত বছৰে কিয় লোকৰ ঘৰত থৈছিল ! কিন্তু চহৰৰপৰা সাবিত্ৰীয়ে এটা কাম হ'লে ভালকৈয়ে শিকি আহিছে—সেইটো হ'ল বাবুৱানী কৰা। সাবিত্ৰীৰ কাম-কাজ ভাল পাই বিভাই তাইৰ মন বহুৱাবলৈ প্ৰথমৰে পৰা বিলাসৰ বস্তুৰে ভেটি দি থাকিল। ফলত সাবিত্ৰী খুব চৌখীন হৈ উঠিল। এতিয়া জীয়েকৰ সেই মূৰ্তি দেখি মাকে অগ্নিমূৰ্তি ধাৰণ কৰিলে, চহৰলৈনো তাইক বাবুৱানী শিকিবলৈহে পঠাইছিলনে ? সাবিত্ৰীক লৈ পটেশ্বৰীৰ চিন্তা আৰু ভয় দুয়োটাই দুগুণ হ'ল। আৰু বা কি হৈ আহিছে তাই। এতিয়া ঘৰতো অকলে এৰি থৈ যাবলৈ ভয় লগা হ'ল, ডাঙৰ হৈছে, ক'ত বা কি কৰে জীয়েকে। এইবোৰ কথা ভাবিলেই তাইৰ মনৰ চকুৰ আগত ওঠৰ বছৰৰ আগৰ আন এজনী গাভৰু ছোৱালীৰ ছবি ভাহি উঠে আৰু এক অদ্ভুত ভয়ত পটেশ্বৰীৰ সমস্ত শৰীৰ যেন শিলৰ দৰে গোট মাৰি যায়। ওহোঁ, জীৱনৰ সেই ভুলৰ পুনৰাবৃত্তি কোনোমতেই হ'ব দিব নোৱাৰি, কিবা অঘটন ঘটি যোৱাৰ আগতেই সাবিত্ৰীক বিয়া দি দিব লাগিব।



কিন্তু পটেশ্বৰীৰ চিন্তাপ্ৰবাহ সেইখিনি পায়েই থমকি ৰ'বলগীয়া হয়। বিয়া ? তাই কাৰ লগত কেনেকৈ জীয়েকৰ বিয়া দিয়ে ? কণাই হওক খোঁৰাই হওক—কিবাকৈ যেনিবা ল'ৰা এটা ওলাল—কিন্তু বিয়াত খৰচ কৰিবলৈ তাইৰ ধন ক'ত ? নাই নাই বুলিওতো শুদাই নিকাই গঞ্জাক এসাজ ভাত খুৱাব লাগিব। তেতিয়াই পটেৰ ধৈৰ্যৰ বান্ধ সুলকি পৰাৰ দৰে হয়, তেতিয়াই তাইৰ এনে লাগে যেন বাট চোৱাটো আৰু কোনোপধেই সম্ভৱ নহয়। নালাগে পুতেক মহাজন হৈ তাইক সুখত ৰাখিবলৈ, নালাগে তাইক নিজাকৈ ঘৰ এটা বান্ধি দিবলৈ, গুচি আহক নবীন—লাগে গাঁৱত কাৰোবাৰ খৰত বন্ধাই থাককহি, নহ'লে যে আৰু কোনোমতে জীৱন নচলা হৈছে।

সাবিত্ৰী অহাৰ পাছত নবীন ঘৰলৈ আহিছিল, বহুত দিনৰ মূৰত দুয়ো ভাই-ভনীৰ দেখাদেখি হৈছিল, দুয়ো দুয়োৰো প্ৰতি প্ৰথমতে উদাসীন হৈ আছিল, পিছলৈ অৱশ্যে লাহে লাহে দুয়োৰো মাজত অলপ মিলাপ্ৰীতি গঢ় উঠিছিল। নবীনে দুপতিলৈ চোলা এটা আনিছিল, মাকলৈ এটা ব্লাউজ আনিছিল। পিঠিত উঠি থকা অতি চুটি ব্লাউজটো পটেই সাবিত্ৰীক দি দিছিল—সাবিত্ৰীলৈ একো ননা নবীনে ভনীয়েকক কৈ গৈছিল যে তেজপুৰৰ পৰা সি পাছৰ্'ল কৰি তাইলৈ টেৰিলিনৰ শাড়ী এখন পঠাব। ককায়েকৰ ভনীয়েকৰ প্ৰতি এনে মৰম ওপজা দেখি মাক মনে মনে প্ৰসন্ন হৈ উঠিলেও তাই ভীষণ অশান্তিও পাইছিল। নবীন এনেকুৱা খোঁৱাখুলীয়া স্বভাৱৰ হ'লে কেনেকৈ চলিব, সাবিত্ৰীৰ চখ দেখি এনেয়ে তাই জ্বলিপকি মৰিছে, এতিয়া টেৰিলিনৰ শাড়ী পিন্ধাই ককায়েকে তাইক আৰু অধঃপাতে নিনিয়াবনে ? টকা এনেকৈ পানীত পেলালে চলেনে ? এটা টকাৰ অভাৱতে সিহঁত কেতিয়াবা কেনেকৈ লঘোনে থাকিবলগা হয়—নবীন এতিয়া ডাঙৰ হৈছে, এইবোৰ কথা নুবুজিলে চলেনে ?

এইবাৰ নবীনক পটেশ্বৰীয়ে কৈ পঠিয়াইছে যে সি ব্যৱসায় আৰম্ভ কৰিবলৈ এতিয়াও বহুত দিন বাকী আছে, গতিকে প্ৰত্যেক মাহে মাহে ইমান টকা নাপঠিলেও চলিব, এইবাৰৰপৰা যেন ঘৰলৈও সি মাহে মাহে কিছু টকা পঠায়। মোমায়েককো যেন এই কথাটো ভালকৈ বুজাই দিয়ে—আজিকালি তাইৰ সেই দাদাকো ঘৰলৈ বেছি নহা হ'ল, ঘৰলৈ পিঠি দিলে, গাঁৱলৈ পিঠি দিলে। নবীনেই যেন মোমায়েকক ভালকৈ বুজাই পতিয়ন নিয়ায় যে তাৰ মাকৰ আৰু আগৰ দেহা নাই যে লোকৰ ঘৰত কৰি-খৰি নিজৰ আৰু জীয়েক দুজনীৰ পেটকেইটা পুহিব পাৰে। সাবিত্ৰী ঘৰলৈ উভতি অহাৰ ফলত যে আৰু ডাঙৰ সমস্যা হৈছে, তাইক যে বিয়া দিব লাগে—এই গোটেইবোৰ কথাই

যেন নবীনে তাইৰ দাদাকটোক বুজাই কয়। যদিহে ইয়াৰ পাছতো তাইৰ দাদাক বা নবীনে টকা-পইচা নপঠায়, তেন্তে অগত্যা এইবাৰ অকণমানি দুপ'তিজনীকে কাৰোবাৰ ঘৰত বান্দী কৰি থব লাগিব। শেষৰ কথাটোত পটেশ্বৰীৰ মাত থোকাথুকি হৈ আহিছিল। আজিকালি তাইৰ এই কাণ্ডবোৰ বৰকৈ হ'বলৈ ধৰিছে—অলপ কথাতে খং উঠে, অলপ কথাতে চকুপানী ওলায়। দেহটো বিষে জৰ্জৰিত কৰি পেলাইছে বুলিয়েই এনে হ'ল নেকি।

কিন্তু নবীন গৈ পোৱাৰ এমাহ পাছতো পটেশ্বৰীয়ে তেজপুৰৰ পৰা অহা কোনো টকা নাপালে; সাবিত্ৰীৰ বাবেও তেজপুৰৰ পৰা টেৰিলিনৰ শাড়ী দূৰৰেই কথা, কপাহী শাড়ী এখনো নাহিল। অগত্যা পটেশ্বৰীয়ে নিপেনৰ হতুৱাই নবীনলৈ আৰু ককায়েকলৈ দুখন চিঠি লিখালে।

নিপেনে মেট্ৰিক পাছ কৰি এতিয়া নলবাৰীৰ কলেজতে পঢ়ি আছে। গাঁৱৰ মানুহবোৰে আঁৰত হঁহাহঁহি কৰে, বোলে—উপিন বেপাৰীৰ অতি লোভেই পুতেকক সৰ্বনাশ কৰিলে, মানুহটোৱে সোণৰ কণী পৰা 'ৰাজ হাঁহটোৰ পেটটো ফালি একেলগে আটাইবোৰ কণী উলিয়াই ল'ব খোজাৰ অতি লোভৰ ফলত দিনে এটাকৈ কণী পোৱাৰো মূদা মৰিল। ককায়েকৰ চহী জাল কৰি সেই চাৰে তিনিশ টকা আনিলে হয়, কিন্তু তাৰ ফলত নিপেনক ককায়েকৰ হাতত গতোৱাৰ আশা সমূলি ধ্বংস হৈ গ'ল। অতি হিচাপী উপিন বেপাৰীৰ এই বেহিচাপত গাঁৱৰ মানুহে হাঁহি ভং নাপায়। আচলতে বেচেৰাই ক্ষণিকৰ লোভত আগ-পাছ নুগুণি ভুল এটা কৰি পেলালে।

নিপেনৰ হতুৱাই লিখোৱা চিঠিত পটেশ্বৰীয়ে নবীনৰ আগত কৈ পঠোৱা কথা কেইটাৰ বাহিৰেও আন এটা দুৰৱস্থাৰ কথাও নতুনকৈ যোগ কৰি দিলে ঃ বাৰিষা আৰম্ভ হৈছে, চালত খেৰ পাতলি আহিছে, এইবাৰ কেইমুঠা মান খেৰ ছাই দিব নোৱাৰিলে সিহঁত মাক-জীয়েক তিনিজনীয়ে সেই ঘৰৰ তলত বৰষুণত তিতি মৰিব লাগিব।

ইতিমধ্যে চলকুছি গাঁৱত এটা নতুন ঘটনা ঘটিছিল। কেবাটাও ৰাজনৈতিক দল লগ লাগি গাঁৱৰ মানুহবোৰৰ দুখ-দুৰ্গতিৰ বুজ ল'বলৈ পদযাত্ৰা কৰি গাঁৱে-ভূঞে ঘূৰি ফুৰিছিল। সেই পদযাত্ৰীসকল আহিব বুলি শুনি গাঁৱৰ অন্যান্য মানুহৰ দৰে পটেশ্বৰীৰ প্ৰাণতো অলপ আশাৰ সঞ্চাৰ হৈছিল—কিজানিবা এইবাৰ ভগবানে মুখ তুলি চায়, কিজানিবা তায়ো নিজৰ নামত ক'ৰবাত মাটি এডোখৰ পায়।

গাঁৱৰ দুখীয়া মানুহবোৰে আশাৰে বাট চাই আছিল, আৰু নীলকণ্ঠৰ ঘৰত খদমদম লাগিছিল, কাৰণ পদযাত্ৰীৰ সমস্ত দলটোক তেওঁলোকেই



জা-জলপানৰ যোগাৰ ধৰিব। সেই কেইদিন নীলকণ্ঠৰ ঢেঁকীয়ে যিমান চিৰা খুন্দিছিল, কোনো বিহু বা বিয়াতে সেই ঢেঁকীয়ে সিমান চিৰা খুন্দা নাছিল। পটেই এতিয়া ঢেঁকী দিব নোৱাৰে বাবে তাই চিৰাৰ ধান ভাজিছিল আৰু খুৰলিত চিৰা লৰাই-চৰাই দিছিল। গাঁৱৰ অইন তিৰোতা আহি অৱশ্যে ঢেঁকী দিছিল, কাৰণ পদযাত্ৰীৰ দলটোতো অকল নীলকণ্ঠহঁতৰে আলহী নহয়, সিহঁতৰো আলহী, গতিকে সকলোৱে লগেভাগে কাম নকৰিলে কেনেকৈ হ'ব? বৰং পদযাত্ৰীৰ পৰা লাভ হ'ব দুখীয়া মানুহবোৰৰহে, নীলকণ্ঠহঁতৰ দৰে ধনী খেতিয়কসকলক সুবিধা দিবলৈতো তেওঁলোক অহা নাই, বৰং নীলকণ্ঠহঁতৰ বিপদেই হ'ব পাৰে, যদি নীলকণ্ঠৰ বেছি মাটি আছে…গাঁৱৰ দুখীয়া মানুহবোৰে নিজৰ ভিতৰতে আলেঙে আলেঙে এনেধৰণৰ কথা কোৱাকুই কৰিছিল।

পদযাত্ৰীৰ দলটো আহি পোৱাৰ আগে আগে পটেই সাবিত্ৰী আৰু দুপ'তিক লৈ সিপাৰৰ পাঠশালা ঘৰটোৰ ওচৰত জুমাজুমি কৰি থকা গাঁৱৰ অন্যান্য মানুহবোৰৰ লগত লগ লাগিছিলগৈ, তাতে দলটো থামিব। সাবিত্ৰী আৰু দুপ'তিক লগত অনাৰ কাৰণ হ'ল—ছোৱালী দুজনীক দেখুৱাব পাৰিলে তাই নিশ্চয় পদযাত্ৰী দলটোৰ বেছি পুতৌৰ উদ্ৰেক কৰিব পাৰিব।

কিন্তু সময়ৰ মূৰকত সাবিত্ৰী-দুপ'তিক দেখুৱা দূৰৰে কথা পটেশ্বৰীয়ে তাইৰ মুখখনকে কাকো দেখুৱাব নোৱাৰিলে। পদযাত্ৰীৰ দলটোক নীলকণ্ঠ, তেওঁৰ ল'ৰা দুটা, ওচৰৰ-পাঁজৰৰ গাঁৱৰ অন্যান্য প্ৰতিপত্তিশালী মানুহ আৰু গাঁৱৰ কেইজনমান সাহসী দুখীয়া মানুহ আৰু ডেকাল'ৰাৰ দল এটাই বেৰি-কুৰি থাকিল। সেই ব্যূহ ভেদ কৰি পটেশ্বৰীৰ দৰে তিৰোতা এজনী ভিতৰত সোমায়নো কেনেকৈ, পদযাত্ৰীসকলৰ আগত তাইৰ দুখৰ বকলা মেলেনো কেনেকৈ…

পদযাত্ৰীসকল যোৱাৰ পাছত জীয়েক দুজনীক পিছত লৈ পটেশ্বৰীও ঘৰমুৱা হৈছিল আৰু ল'ৰাহঁতৰ ক্লাব আৰু পুথি-ভঁৰালটোৰ ওচৰ পাওঁতে তাত ভিৰ কৰি থকা ল'ৰাবোৰে তাইক দেখি চিঞৰি উঠিছিল—"অ' পটেবাই, নীলকন্ঠোৰ ঘৰোত একেদিন এনাই চিৰা খুন্দি মল্লা হবা পায় ? নীলকণ্ঠোই নিশ্চয় তোমাক পদযাত্ৰীৰ দলটোৰ আগোক নে্নলাক্ — হাঃ হাঃ হাঃ…মাটিৰ আশা কৰিছিলা, কে, পাগলাদিয়াৰ যি বালা আছে তাতে ঘৰ বান্ধ্বা নব্বা ? নীলকণ্ঠোৰ চিলিঙোত যৰা মাটিত বান্ধা ঘৰোতকৈ বালাত বান্ধা ঘৰ বেচি মজবুত নহ্বো,…পাগলাদিয়াৰ বালা বেচি সোঁচা নহ্বো ?…

নিপেনৰ হতুৱাই নবীনলৈ লেখোৱা সেই চিঠিৰ উত্তৰ পটেশ্বৰীয়ে পোন্ধৰ দিনমানৰ মূৰতহে পাইছিল। কিন্তু চিঠি নবীনৰ নাছিল, আছিল তাইৰ ককায়েকৰহে। অৱশ্যে পিয়নে দি যোৱা চিঠিখন হাতত লৈ খামৰ ওপৰৰ আখৰৰ পৰা পটেশ্বৰীয়ে ক'ব পৰা নাছিল সেইখন কাৰ চিঠি। কিন্তু চিঠিখন যে নবীনৰ সেই বিষয়ে তাইৰ মনত কোনো সন্দেহ নাছিল।

পিয়নে চিঠিখন দি যোৱাৰ পাছতেই মুষলধাৰে বৰষুণ আৰম্ভ হৈছিল। পটেশ্বৰীয়ে তথাপি মূৰটো ডাঙৰ কচুপাত এখনেৰে ঢাকি চিঠিখন লৈ নিপেনৰ ওচৰলৈ ঢাপলি মেলিছিল। সাবিত্ৰী আৰু দুৰ্পতিয়ে তেতিয়া ঘৰৰ ভিতৰৰ বৰষুণ নপৰা চুক এটা বাছি লৈ কুচিমুচি বহি আছিল—ককায়েকে বা চিঠিত কি লিখিছে, কেতিয়া বা টকা পঠায়, এতিয়ালৈকে বা কিয় সাবিত্ৰীলৈ শাড়ীখন পঠোৱা নাই—এইবোৰ নানা অসংলগ্ন কথাকে ছেগা-চোৰোকাকৈ ভাবি বাহিৰৰ বৰষুণ আৰু মাকৰ আগমনলৈ বাট চাই দুই বাই-ভনী জুপুকা মাৰি নীৰৱে বহি আছিল।

নিপেনে চিঠিখন খুলিলে, তাৰ পাছত সেইখন ধীৰে-সুস্থে পঢ়ি সি খুব মজা পোৱাৰ দৰে হাঁহি এটা মাৰি ক'লে, "অ' পটে পেহী, তোমাৰ নবীন বোলে কলিৰ কিষ্ণ হল হা, ইমান দিনে বোলে বহুতো গোপিনীৰ লগোত লীলা-খেলা কৰি ইতা তাৰে ভিতৰোৰ ৰাধা আক্জনীক বাচি লৈ সি বোলে ক'বাত পলাল! অৱশ্যে এনাই পলৰা নাই দিয়া, তোমাৰ দাইদেৱেৰ কেছ-বাক্সো ভাঙি হাজাৰ টাকা লৈ পলেছি। দাইদেৱে অৱশ্যে থঙোত পাগলো হৈ পুলিছোত খবৰ দিছি। আক্বাৰ সেহঁতোক ধৰ্বা পাল্লি ...' নিপেনে আকৌ হাঁহিলে।

প্ৰথমতে পটেই একো মাত মতা নাছিল, তাই যেন প্ৰথমতে চিঠিখনৰ প্ৰকৃত অৰ্থটো হৃদয়ংগম কৰিবই পৰা নাছিল, কিন্তু তাৰ পাছতেই তাই চিঞৰি উঠিছিল আৰু তাইৰ মুখৰপৰা গৰ্গৰকৈ ওলাব ধৰা অশ্ৰাব্য গালিবোৰে নিপেনক ইমানেই আমোদ দিছিল যে সি পটেৰ ওচৰৰপৰা অলপো লৰচৰ কৰিব নোৱাৰি তাইৰ গালি শুনি তাতেই বৈ আছিল।

পটেশ্বৰীয়ে গালি পাৰিবলৈ ধৰিলে : "চালা তিৰী চোৰোৰ সঁচ, চালা পলেৰাৰ সঁচ, চালা দহ্টা মাইহ্নাকোৰ লালাকোৰ সঁচ—চালা তই ভাল হবি কেনাইকে—বাপ চাইহি বেটা হৰে, গাছ চাইহি গুটি হৰে, চালা তোৰ গোটাই গাটোতে তিৰীক পলে নিয়া তেজোৰ পিৰ্পিৰেণিয়ে খাই মাৰ্ছি নহয়..."

নিপেনৰ ফুৰ্তিৰ হাঁহি ক্ৰমে আকৰ্ণ বিস্তৃত হ'ল।

⊙⊙